# মহামানৱৰ অভিযাত্ৰা

হিউবাৰ্ট এইচ হামফ্ৰে

অনুবাদক

শ্ৰীবিনোদ শৰ্ম্মা

॥●॥ বাণী প্ৰকাশ ॥●॥

# ভূমিকা

হিউবার্ট হামফ্রে আমেৰিকাৰ ৰাজনৈতিক জগতৰ এজনা প্ৰভাৱশালী লোক। ১৯৪৮ চনতে তেওঁ সক্ৰিয় ৰাজনীতিৰ জগতত নামে আৰু এতিয়ালৈ তাত লাগি আছে।

১৯১১ চনৰ ২৭ মেত চাউথ ডাকোটাৰ এখন প্ৰদেশত তেওঁ জন্ম গ্ৰহণ কৰে। ডেকা বয়সত তেওঁ দেউতাকৰ ফাৰ্মাচীত কাম কৰিছিল। মিন্নেছটা বিশ্ববিদ্যালয়ৰপৰা তেওঁ 'পলিটিকেল চায়ন্স'ত গ্ৰেজুৱেট ডিগ্ৰী লাভ কৰে আৰু লুচিয়ানা ৰাজ্যিক বিশ্ববিদ্যালয়ৰপৰা পলিটিকেল চায়ন্সৰ এম. এ. হয়। তাৰ পিছত তেওঁ ১৯৪৫ চনত মিন্নেপলিছৰ মেয়ৰ নিৰ্বাচিত হয়। দ্বিতীয়বাৰৰ কাৰণে আকৌ তেওঁ এই পদলৈ নিৰ্বাচিত হৈছিল। ১৯৪৮ চনত প্ৰথমবাৰৰ কাৰণে তেওঁ চিনেটৰ স্থান লাভ কৰে।

তেতিয়াৰপৰা হামফ্রে আমেৰিকাৰ ৰাজনৈতিক জগতত বিশেষ ভূমিকা লৈ আহিছে। নিজ কৰ্মক্ষমতা, স্পষ্টবাদী স্বভাৱ আৰু দূৰদৰ্শীতাৰ যোগেদি এই দেশৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছে। হামফ্রে আমেৰিকাৰ উপ-ৰাষ্ট্ৰপতি হোৱাই নহয় তেওঁ ৰাষ্ট্ৰপতি জনছনৰ সোঁহাত-স্বৰূপ। দেশৰ কেইবোৰ উল্লেখযোগ্য সমস্যাৰ ক্ষেত্ৰত হামফ্রে সমাধানৰ পথ নিৰ্দিষ্ট কৰি দিছিল। বিশেষকৈ উদাৰনীতিবাদৰ (লিবাৰেলিজম্) তেওঁ এজনা বিশিষ্ট ধ্বজাধাৰী। আমেৰিকাৰ ফুৰ্লভ গৃহস্বত্ব (চিভিল ৰাইটচ) আইন কাৰ্যত পৰিণত কৰাত তেওঁৰ অৱদান আছে। ইয়াৰ বাহিৰেও এই ৰাজনৈতিক কৰ্মীজনাই আমেৰিকাৰ কিছুমান সিদ্ধান্তমূলক ব্যৱস্থাত বিশেষ অংশ গ্ৰহণ কৰিছিল। তাৰ ভিতৰত বিশেষকৈ শান্তি সেনা, অস্ত্ৰ সংবৰণ, নিৰস্ত্ৰীকৰণ এজেন্সী, শান্তিৰ অৰ্থে আহাৰ্যৰ কাৰ্যক্ৰম ইত্যাদি।

এই পুথিত জনজীৱনৰ কিছুমান মৌলিক সমস্যা আলোচিত হৈছে। প্ৰতিখন ৰচনা এজনা চতুৰ ৰাজনীতিজ্ঞৰ ব্যক্তিগত জীৱনৰ আলোক শিখাৰে মণ্ডিত হৈ উঠিছে।

সাগৰ তীৰত থিয় দি বিশাল সাগৰৰ অস্তিত্ব উপলব্ধি কৰিব পাৰি, শুনিব পাৰি মহাসমুদ্ৰৰ উত্তাল তৰঙ্গৰ কল্লোল। কেৱল দৃষ্টি হব লাগিব নিৰঙ্কুশ, মন হব লাগিব উন্মুক্ত। জাতি হিচাপে আমেৰিকা বিশ্বৰ অগ্ৰগণ্য দেশ। ইয়াতো জনতা আছে, আছে ক্ষুধা আৰু ক্ষুধা নিবৃত্তিৰ সমস্যা। তথাপি সেই দেশেই আজি বহুতৰে দুঃখ মোচনৰ কাৰণে আগবাঢ়ি গৈছে। মানৱীয় সত্বাৰ অস্তিত্ব জড়িত হৈ আছে শিক্ষা, বাণিজ্য, কৃষি, শিল্প-কলা আৰু জাতীয় নিৰাপত্তা আদি বিষয়ৰ ওপৰত। এইবোৰ বাদ দিলে জীয়াই থকাৰ মূল্য নাথাকে। এই পৃথিৱীত জীৱনৰ মূল্যবোধে উচিত সন্মান পাইছে। এটা জাতিৰ মাজত লাহে লাহে হেৰাই গৈছে কৃষ্ণাঙ্গ-শ্বেতাঙ্গ ভেদাভেদ ভাব, উচ্চ-নীচৰ প্ৰাচীৰ। দিশে দিশে বিয়পি পৰিছে তাৰ ঢৌ। হামক্ৰেৰ পুথিত এনেবোৰ মূল প্ৰশ্নৰ অৱতাৰণা কৰা হৈছে। "জীৱনৰ আহিলা" প্ৰসঙ্গত তেওঁ তিনিবিধ বস্তুলৈ আঙুলিয়াইছে যেনে,—"মানৱীয় সম্পদৰ প্ৰয়োগ", "বৃহৎ ব্যৱসায় আৰু শ্ৰম", "কৃষি।" "জীৱনৰ মান" প্ৰসঙ্গত আছে—"শিক্ষা আৰু দৰৱ সমাজ", "শিল্প-কলাৰ প্ৰয়োজন", "মানসিক স্বাস্থ্যলাভ", আৰু "স্বাগতম্ আমেৰিকাৰ নবীন অভ্যাগত" আদি শিতান। সেইদৰে "আমাৰ চৌদিশৰ পৃথিৱীত",—"বিশ্বলৈ সাহায্যদান", "নিৰস্ত্ৰীকৰণৰ অন্বেষণত", "বাণিজ্য আৰু শীতল যুদ্ধ" আদি বিষয় এই ৰাজনীতিজ্ঞ জনাৰ কাপৰ মাজেদি বিবৃত হৈছে।

এইবোৰৰ ভিতৰেদি বহু পৰিমাণে আমেৰিকাৰ কথাই ভাহি উঠিছে। তথাপি হামক্ৰে সেইবোৰ বহল দৃষ্টিৰে চাব পাৰিছিল। আজি দেশৰ সীমাৰেখাই মানৱ সমাজক বান্ধি ৰাখিব পৰা নাই। বৈদেশিক নীতিয়ে লাভ কৰিছে অধিক গুৰুত্ব। সেইকাৰণে তেওঁৰ লিখনীৰ এই উদাত্ত আহ্বান সকলো দেশৰে ৰাষ্ট্ৰনায়কৰ কাণ স্পৰ্শ কৰিব। এই বাণী যেন সাগৰ পাৰত থিয় হৈ মহাসাগৰক চিনাৰ লক্ষণ। এই আহ্বানে মানৱসমাজক খুলি খুলি খোৱা দাৰিদ্ৰ্য, নিৰক্ষৰতা, ক্ষুধা, ৰোগ আদি নাশি আগুৱাই যাবলৈ দিব প্ৰেৰণা। এই অভিযাত্ৰাই লৈ আহিব জয়ৰ সাফল্য। এজনৰ ঠাইত লক্ষ লক্ষ জনতাৰ মুখ হব উজ্জ্বল। মহামানৱৰ সাগৰ তীৰত অনিত হৈছে তাৰেই সাজসাজ।

শ্ৰীপ্ৰমোদ শৰ্মা

# সূচী

## ॥ শলাগণি ॥

এই পুথিখনত মোৰ মনত লগা কেতবোৰ অতীব প্ৰয়োজনীয় বিষয় লিখনীৰ মাজেদি আত্মপ্ৰকাশ কৰিছে। কোনো লোকেই তেওঁৰ পৰিয়াল, অভিভাৱক, ছাত্ৰ, বন্ধুবৰ্গ আৰু সঙ্গীৰ প্ৰতি থকা মহৎ ঋণ স্বীকাৰ নকৰাকৈ আমাৰ যুগৰ সমস্যাবোৰ উপলব্ধি কৰিছে বুলি দাবী কৰিব নোৱাৰে। কাৰণ এইবোৰৰ সাহচৰ্যত তেওঁৰ মন-বুদ্ধি পৰিচালিত হয় আৰু হয় উত্তৰোত্তৰ বৃদ্ধি। মোৰ এনেকুৱা অন্তৰ্দৃষ্টিগুণ লাভৰ ক্ষেত্ৰত ঋণ স্বীকাৰৰ দাবীৰ শেষ নাই।

এই পুথিত ব্যৱহৃত কেতবোৰ বিষয় বৰ্তমান বছৰত মই ব্যক্তিগত আৰু ৰাজহুৱা সভা-সমিতিত দিয়া ভাষণবোৰৰ গ্ৰহণ কৰা হৈছে। এইখিনিতে মৰ্টন পুণাৰৰ সুন্দৰ সম্পাদকীয়ৰ সাহায্যৰ শলাগ নোলোৱাকৈ থাকিব নোৱাৰো। মোৰ ৰাজহুৱা বিষয়ক লিখাবোৰ তেওঁৰ কষ্টোচিত অধ্যয়ন আৰু সম্পাদনা কাৰ্যইহে এই পুথিখন উলিওৱাত সহায় কৰিলে।

"দি কজ ইজ মেনকাইণ্ড" (মহামানৱৰ অভিযাত্ৰা)ৰ প্ৰকাশক (ফ্ৰেডাৰিক এ. জি. পাৰ্জাৰে স্পিনোজাৰ এইখিনি কথা স্বকীয় বদ্ধমূল ধাৰণা হিচাপে ব্যৱহাৰ কৰিছে,—"মানুহৰ কাৰ্যাকাৰ্যৰ প্ৰতি বিদ্ৰূপ, অনুশোচনা বা ঘৃণা নেদেখুৱাই মই সেইবোৰ হৃদয়ঙ্গম কৰিবলৈ সদায়ে চেষ্টা চলাই আহিছোঁ।" মোৰ নিজৰ লক্ষ্যসাধনত ইয়াতকৈ আৰু প্ৰকাশযোগ্য কথা বিচাৰি পোৱা নাই।

## ॥ আগকথা ॥

টম পেইনৰ ১৭৭৬ চনৰ কথা এষাৰ জন. এফ. কেনেডীয়ে প্ৰায়ে উদ্ধৃতি দি কৈছিল, "আমেৰিকাৰ প্ৰগতিৰ অভিযান বহু পৰিমাণে মহামানৱৰ অভিযাত্ৰা সদৃশ।" কিন্তু ১৯৬০ চনৰ বিপ্লৱৰ সময়ত তেওঁ তাত যোগ কৰি দিলে, মহামানৱৰ অভিযাত্ৰাই আমেৰিকাৰ প্ৰগতিৰ সোপান, আৰু কলে,—আমি ইয়াত যি কামকে কৰোঁ সি গৈ প্ৰত্যেক ঠাইৰ মানুহৰ কৰ্মক্ষেত্ৰত প্ৰতিক্ৰিয়া ঘটায়।

আমি ইয়াত কি কৰোঁ; তাকে লৈ ৰচিত হৈছে এই পুথি। পুথিৰ মূল সুৰে প্ৰত্যাহ্বানৰ বিৰুদ্ধে আমাৰ জয়যাত্ৰাৰ ধ্বনি শুনাইছে। কিন্তু সেই বুলি ই যুদ্ধৰ সময়ত কৰা দৃঢ় আহ্বান বা অস্ত্ৰ উত্তোলনৰ দুৰ্জ্জয় ধ্বনি নহয়। এটি সমষ্টি বা এখন সাম্ৰাজ্যই আন এখন সাম্ৰাজ্যৰ ওপৰত কৰা জয়লাভৰ উদাত্ত বাণী ই নহয়। তাৰ পৰিবৰ্ত্তে, যিখন সমৰৰ পাতনি কৰিছিল ৰাষ্ট্ৰপতি কেনেডীয়ে আৰু যাক ৰাষ্ট্ৰপতি জনছনে চলাই নিছে তাকেহে প্ৰতিফলিত কৰা হৈছে ইয়াৰ মাজেদি। মানৱীয় আৰু গণতান্ত্ৰিক পদ্ধতিৰে চলোৱা এইখন সমৰ, মহামানৱৰ প্ৰাচীন পৰম্পৰাগত শত্ৰুসমূহ যেনে, দাৰিদ্ৰ্য, ক্ষুধা, ৰোগ আৰু অজ্ঞানত আদিৰ বিৰুদ্ধে আমেৰিকাৰ অমৃত শক্তিৰ প্ৰতীক; কাৰণ মই ভাবো এটা জনাজাত, সাধাৰণ জ্ঞানসম্পন্ন আৰু সহানুভূতিপূৰ্ণ অগ্ৰসৰৰ পথে আমেৰিকাৰ সুন্দৰ ভৱিষ্যত তুলি ধৰিব। তেতিয়াহে আধুনিক ৰকেটেৰে ব্যাপ্ত এখন ৰক্তবৰ্ণ আকাশৰ তলত থাকিও মুক্তভাৱে বাচি থাকিব এই মানৱগোষ্ঠী—আমাৰ তিনি বিলিয়ন লোক।

# ॥ নিবেদন ॥

এই পুথি লিখাৰ আগতে মই দক্ষিণপূৰ্ব এছিয়াৰ সকলোবোৰ ঠাই ঘূৰি চোৱা নাছিলোঁ আৰু তাৰ জনগণৰ চাহিদাও গভীৰভাবে উপলব্ধি কৰা নাছিলোঁ। আজি এতিয়া এই পুথিত মোৰ কিছুমান মন্তব্য দৃঢ়ভাবে লিপিবদ্ধ কৰাত বাহিৰে অন্য একো পৰিবৰ্ত্তন নকৰোঁ। তাৰ ভিতৰত হ'ল কমিউনিষ্ট আক্ৰমণৰ বিৰুদ্ধে প্ৰতিৰক্ষাৰ কামত স্বাধীন দেশবোৰক সহায় কৰা, দ্ৰুতগতিৰে অৰ্থনৈতিক, সামাজিক উন্নতি বিধানত পূৰ্ণভাবে সহযোগ দান আৰু বৃহৎ সমাজ অভিমুখে যাত্ৰাৰ প্ৰস্তুতি চলোৱা। এইবোৰ কেৱল আমেৰিকাবাসীৰে নহয়, ই সমগ্ৰ "মহামানৱৰ অভিযাত্ৰাৰ" পথৰ পাথেয় হৈ থাকিব। এই পুথি প্ৰথম প্ৰকাশ কৰোঁতে এইবোৰৰ যি প্ৰয়োজনীয়তা আছিল, আজিও সি তেনেই আছে

মোৰ বিশ্বাস আমেৰিকাৰ জনতাই এই লক্ষ্যৰ সোঁতত মন সমৰ্পণ কৰি দিছে। তেওঁলোকৰ পৰিশ্ৰম, আৰু কামত যিদৰে আত্মোৎসৰ্গ কৰিছে আৰু যিদৰে তেওঁলোকৰ নেতৃত্বই প্ৰকৃত শান্তি অন্বেষণৰ চেষ্টা চলাই গৈছে তাৰ দ্বাৰা প্ৰকট হৈ উঠিছে এইবোৰৰ প্ৰতি তেওঁলোকৰ সচেতন, সহানুভূতিশীল মনোভাবৰ পৰিচয়।

হিউবাৰ্ট এইচ. হামফ্ৰে

# ॥ স্বাধীনতা : এটি ব্যক্তিগত সমীক্ষা ॥

এজন উত্তম সুহৃদ আৰু বিশিষ্ট ৰাজনৈতিক বৈজ্ঞানিক অধ্যাপক জন. পি. ৰ'চে অলপতে এইবুলি লিখিছিল,—আমেৰিকাবাসীয়ে বিগত পঞ্চাশ বছৰে ব্যক্তিগত গৃহস্বত্ব আৰু গৃহস্বাধীনতাৰ প্ৰতি এক ভিন্নমুখী মনোভাব গ্ৰহণ কৰাৰ, যাৰ ফলস্বৰূপে আমি আজি মানৱমুক্তিৰ ক্ষেত্ৰত এক বিৰাট যুগান্তৰৰ সৃষ্টি কৰিছোঁ। অধ্যাপক ৰ'চৰ মতে, "অতীতৰ সোণালী দিনবোৰ", এটা যেন উপকথা মাথোন। আমেৰিকাৰ ঐতিহ্য-পৰম্পৰা আৰু দৰ্শনৰ সতে জড়িত মুষ্টিমেয় লোকেহে সেই স্বাধীনতা উপভোগ কৰিছিল। তেওঁ আকৌ কৈছে যে ওঠৰ বা ঊনৈশ শতিকাও নহয়, কুৰি শতিকাহে প্ৰকৃততে মধ্য-কুৰি শতিকাতহে যুক্তৰাষ্ট্ৰত প্ৰকৃত ব্যক্তিস্বাধীনতাৰ জন্ম হয়।

আজি যিদৰে কেউফালৰপৰা ন্যায়ৰ হকে দাবী শুনা গৈছে সেইদৰে আগতে আমি কেতিয়াও শুনা নাছিলোঁ। এইটো সৎ আৰু উত্তম দাবী। এই দাবী বিশেষ জৰুৰী। কিন্তু পৃথিৱীৰ ভিতৰতে কাৰিকৰী বিষয়ত অগ্ৰবৰ্তী আমাৰ দেশৰ মানুহে এতিয়াও জাতি সম্পৰ্কীয় কুসংস্কাৰক আশ্ৰয় কৰি আছে। আমেৰিকাবাসীৰ জীৱনত ইও এটি মানসিক স্খলন, মজ্জাগত স্বভাৱ কিন্তু নহয়।

অৱশ্যে আমেৰিকাত এই শতিকাৰো বহু পূৰ্বে স্বাধীনতাৰ মূল আদৰ্শৰ জন্ম হৈছিল। এই কথা মই জানো, কাৰণ ময়ো ইয়াৰ এজন বাৰ্তাবাহী দূত। আজিৰ আমেৰিকা মই জন্মগ্ৰহণ কৰা ১৯২১ শতিকাৰ আমেৰিকাতকৈ বহুতো পৃথক। অৱশ্যে স্বৰূপাৰ্থত পাৰ্থক্য নাই।

মই ভাবোঁ, মোৰ দেউতাই সেই বিশিষ্ট সুৰটো বহুকালেদি প্ৰতিফলিত কৰিছিল। টম-পেইন, বেঞ্জামিন ফ্ৰেঙ্কলিন আৰু থমাচ জেফাৰছন আদিৰ লিখা তেওঁ বেচ কিছু অধ্যয়ন কৰিছিল। তেওঁৰ মতে গৃহযুদ্ধ লাগিছিল ৰাষ্ট্ৰৰ ঐক্য সংৰক্ষণ আৰু দাসমুক্তি আদি কথাবোৰৰ কাৰণেহে। ডলাম্ব, চাউথ ডাকোটা আদি মোৰ শৈশৱৰ চহৰত; পৌৰ সংস্থাৰ বিজুলী শক্তি আৰু লাইট কোম্পানী এটি ব্যক্তিগত কাৰখানাৰ ওচৰত বিক্ৰী কৰা কথাটো এখন বিৰাট খলুৱা কাজিয়া লাগিছিল। সেই কাজিয়াত মোৰ দেউতা জড়িত হৈ পৰিছিল। তেওঁ ভাবিছিল আমাৰ চহৰখনে চৰকাৰী সকলোখিনিকে পাৰ লাগে। কিন্তু

তেওঁৰ মত নৰজিল। তেওঁ আছিল এজন কঠোৰ পৰিশ্ৰমী আৰু উৎসাহী সৰু ব্যৱসায়ীহে।

স্থানীয় বিষয়ত তেওঁৰ আগ্ৰহ আছিল অপৰিসীম। সম্ভৱ তেওঁৰ প্ৰভাৱৰ কাৰণেই পিছলৈ মই কলেজৰ ৰাজনীতিৰ অধ্যাপক হলোঁ। আৰু অৱশেষত হলোঁ এজন সক্ৰিয় ৰাজনীতিক। তেওঁ আমেৰিকাক ভাল পোৱা বাবেই তাৰ দোষবোৰো তেওঁৰ চকুত পৰিছিল। তেওঁ সদায়ে ভাবিছিল, প্ৰাকৃতিক সম্পদেৰে উভৈনদী এখন দেশত মানুহে নিজ পৰিশ্ৰমেৰে এটি সুন্দৰ জীৱন যাপন কৰিব লাগে। তেওঁ নিজে চলাৰ দৰে সকলো মানুহ সাহস আৰু সম্ভ্ৰমপূৰ্ণভাৱে চলাটোকে আশা কৰিছিল। জাতি বা বৰ্ণসংস্কাৰে তেওঁক স্পৰ্শ কৰা নাছিল।

মোৰ দেউতা তেওঁৰ যুগৰ লগত অসহযোগী বা বিদ্ৰোহী হৈ উঠা নাছিল। বহুদিন আগেয়ে এই জাতিৰ মাজত আমেৰিকাৰ মানৱীয় শক্তিৰ স্বাক্ষৰস্বৰূপ স্বাধীনতাই ঠন ধৰি উঠিছিল। অতীতত লীন হৈ যোৱা সেই শক্তিৰ সন্তান আছিল মোৰ দেউতা।

মই ভাবোঁ, বিগত অৰ্ধ শতিকাত এই স্বাধীনতাই অভাবনীয়ভাৱে গা কৰি উঠিছে। যুগৰ ইতিহাসলৈ চাই সঁচাকৈয়ে এই ঘটনা আশ্চৰ্যজনক আৰু আমাৰ সংস্থাৰ শক্তিৰ এক গৌৰৱজনক অৱদান। বিগত পঞ্চাশ বছৰত আমি দুখন মহাযুদ্ধ আৰু অনেক সৰুসুৰা যদিও ভয়াবহ সংঘৰ্ষত পাৰ হৈ আহিছোঁ। ইয়াৰ ফলত এক হতাশাজনক পৰিস্থিতি এটা শতিকাৰ বহুখিনি জুৰি বিয়পি পৰিছে; ভিতৰে বাহিৰে সোঁপন্থী বামপন্থী আদি চূড়ান্ত বিপ্লৱসমূহে জন্ম পালে। অতুলনীয় শক্তি আৰু ভয়াবহ ৰূপ লৈ উদ্ভৱ হ'ল 'টটেলিটাৰীয়ান' পদ্ধতিৰ। তাৰ ফলতে পাৰমাণবিক যুগত আৰম্ভ হ'ল শীতল যুদ্ধৰ আখৰা; আৰু কু-ক্লাক্স-ক্লান, মেককাৰ্থিজিম, ব্লেকলিষ্ট আদি অনুষ্ঠানে মূৰ দাঙি উঠিল। হত্যাকাণ্ড হৈ গ'ল এজন জনপ্ৰিয় ৰাষ্ট্ৰপিতাৰ।

কিন্তু তথাপি গণতন্ত্ৰই এই সকলোবোৰ ভাবুকি মছি দি সৃষ্টি কৰিলে স্বাধীনতাৰ আবহাওৱা। তুলনামূলকভাৱে আজি আমাৰ ব্যক্তিগত গৃহ-স্বাধীনতা আৰু গৃহস্বত্ব আগতকৈ ভালেখিনি সুৰক্ষিত। আনকি কেতবোৰ বিশেষ বিশেষ ক্ষেত্ৰত ই অতীৱ সুসংৰক্ষিত।

আমি সদায়ে উন্নতিৰ বাবে ওকালতি কৰোঁ, পৰম্পৰে সমিলমিলৰ কথা কওঁ আৰু নিজৰ তথা বিশ্বৰ সমস্যাসমূহৰ প্ৰতি এটি অতীৱ সহানুভূতিপূৰ্ণ

দৃষ্টিভঙ্গী লোৱাৰ কথা ভাবোঁ। আমি আমাৰ দোষবোৰ লুকাই নাৰাখি সেই দোষৰ প্ৰতি সদায় সচেতন হোৱাটোহে যুগুত। কিন্তু আমি যেন জাতীয় জীৱনৰ এই মূল বাস্তৱ সত্যটি পাহৰি নাযাওঁ। আগতকৈ এতিয়া আমি বহুত বেছি স্বাধীনতা লাভ কৰিছোঁ। দৰ্কাৰী ক্ষেত্ৰত আমাৰ স্বাধীনতা প্ৰচুৰ। যেনে, নিৰ্বাচনৰ স্বাধীনতা, সৎশিক্ষা লাভ, উপযুক্ত কৰ্মসংস্থান, উন্নত পদ্ধতিৰ পৰিবহনৰ যোগে অধিক খা-খবৰ লাভৰ সুযোগ, লগতে সংস্কাৰ আৰু গোঁড়ামীৰ হাতৰপৰা পাইছোঁ মানসিক মুক্তি। ধাৰ্মিক, সামাজিক আৰু সাংস্কৃতিক বিষয়ত আমি প্ৰায় প্ৰত্যেকেই মুক্তভাৱে বিচৰণশীল।

এনে বহুবোৰ স্বাধীনতাৰদ্বাৰা আমি চহকী। জাতি হিচাপেও সৰ্ব-মানৱৰ সা-সুবিধাৰ বাসনাক আমি কেতিয়াও ব্যৰ্থ নকৰোঁ।

## ॥ উদাৰনৈতিকতাৰ সন্ধানত ॥

আমি জনাত বৰ্তমান আমেৰিকাৰ উদাৰনীতিবাদ কথাষাৰ বহু শতিকাৰ ঐতিহাসিক স্বাক্ষৰ বহন কৰি মূৰ্ত হৈছে। সামাজিক সমস্যা আৰু সংঘাত বৃদ্ধি আৰু ৰূপান্তৰৰ লগে লগে আজিও ইয়াৰ নতুন অৰ্থ হৈ আছে। ইয়াৰ এটি মূল কথা হ'ল, ব্যক্তিৰ পূৰ্ণ ব্যক্তিত্ব অৰ্জনৰ কাৰণে স্বাধীনতা অতীৱ দৰকাৰী। এইষাৰ কথা ধৰ্ম আৰু দৰ্শনৰ মাজতো গভীৰভাবে নিহিত হৈ আছে। গ্ৰীক দাৰ্শনিকসকলে এই কথা উচ্চাৰণ কৰিছিল, উচ্চাৰণ কৰিছিল হিব্ৰু প্ৰবক্তা-সকলে আৰু বাইবেলত লিখা "পৰ্বতৰ ওপৰৰ প্ৰাৰ্থনামন্ত্ৰত" ইয়াৰেই হৈছিল পুণৰাবৃত্তি।

আদিম পৃথিৱীত "চিনিক" আৰু "ষ্টইক" সকলেও ব্যক্তিৰ জন্মগত অধিকাৰৰ বিষয়ে ব্যাখ্যা দিছিল। সামন্ততন্ত্ৰবাদৰ দীঘলীয়া অন্ধকাৰময় সময়ছোৱাতে চেণ্ট থমাচ একুইনচে মধ্যযুগীয় গিৰ্জাৰ বাবে ইয়াক বিস্তাৰিত আৰু সুসংবদ্ধ ৰূপ দিলে। ঘটনাক্ৰমে ওঠৰ শতিকাৰ ৰাজনৈতিক স্বাধীনতা সংগ্ৰামত ইয়েই হৈ উঠিল মূল দৰ্শন।

ইতিমধ্যে ৰোম সাম্ৰাজ্য পতনৰ পিছত সমস্ত সমাজখনে উত্তৰাধিকাৰী নীতিৰ স্থবিৰ ৰূপ গ্ৰহণ কৰিলে। কাৰ্যতঃ শাসক শ্ৰেণীয়ে কোনো লোকৰে ব্যক্তি হিচাপে ব্যক্তিগত স্বাধীনতা থাকিব পাৰে বুলি মানি লোৱা নাছিল। তাৰ সলনি, এজন চাৰ্ফ বা এজন লৰ্ড এই জন্মগত অধিকাৰ অনুসৰি কাৰোবাৰ ওপৰত ক্ষমতা আৰু কাৰোবাৰ ওপৰত দাসত্ব জাপি দিলে। হলেইবা তেওঁ এজন দক্ষ লোক তথাপি নিজৰ সামাজিক অধিকাৰ চেৰাই ওপৰলৈ উঠিব নোৱাৰে। ঠিক একেদৰে অকৰ্মণ্য হলেও নিজ স্থানৰপৰা তললৈ নামিব নোৱাৰে।

উন্নতিত হেঙাৰ দিবলৈ বা কম উন্নতি সাধিবলৈ এনে এক সুসংবদ্ধ পদ্ধতি যে এসময়ত গা কৰি উঠিছিল, সেইটো কল্পনা কৰিবলৈকে টান লাগে। তাৰ মাজতে সময়ে সময়ে চাৰ্ফসকলৰ নিৰ্মম আৰু ক্ষণিক বিপ্লৱে ইয়াৰ গতি ৰুদ্ধ কৰিছিল। এই অন্ধকাৰ শতিকাৰ মাজতো কেইটামান শিখাই পোহৰ দিছিল। যীশুখ্ৰীষ্ট আৰু হিব্ৰু প্ৰবক্তাসকলে তেতিয়াও বাইবেলৰপৰা উপদেশবাণী

চলাইছিল। যি মুষ্টিমেয় লোকে গ্রীক আৰু লেটিন পুথি-পাঁজি পঢ়িব পাৰিছিল, তেওঁলোকৰ বাবে সেই যুগৰ জ্ঞান আৰু উত্তম আছিল পোহৰৰ বস্তি।

লাহে লাহে গঢ়ি উঠিল চহৰ। সেইদল মানুহৰ মাজত সৃষ্টি হ'ল সদাগৰ আৰু সুদক্ষ কাৰিকৰ, লগে লগে ভাগি পৰিল সামন্ততন্ত্ৰৰ লোহবন্ধন। চহৰবাসী মানুহে এটি সীমিত পৰিসৰত স্বকীয় কাৰ্যদক্ষতাৰে উন্নতি কৰিলেও সামন্ততন্ত্ৰৰ অনন্ত বাধা-নিয়মৰ তলত তেওঁলোক অতিষ্ঠ হৈ পৰিছিল। কাৰণ এই বাধাই তেওঁলোকৰ ভবিষ্যত প্ৰগতিৰ পথ ৰুদ্ধ কৰিছিল। দীঘলীয়া শীতকালি অঙ্কুৰোদ্গমৰ সম্ভাৱনা লৈ মাটিৰ তলত লুকাই থকা বীজ এইবাৰ জাগি উঠিল। চহৰবাসী লোকৰ এটি গৰিষ্ঠসংখ্যক লিখা-পঢ়া জনা লোকে স্বাধীনতাৰ মন্ত্ৰেৰে উদবুদ্ধ হ'ল। সমস্ত ইংৰাজ সামন্তপ্ৰথা প্ৰথাটোৱে এটা প্ৰতিদ্বন্দ্বিতাৰ সন্মুখীন হ'ল। উদাহৰণস্বৰূপে বাইবেলৰ অনুপ্ৰেৰণাত মুখে মুখে এনে এষাৰ কথা বহুতে আওৰাই ফুৰিলে।

আদমে বাগে হাল ইভে কাটিলে সূতা,
তেতিয়া আছিল কোনজন বা বৰমতা।

কিন্তু এটা মাত্ৰ বিউগ্‌লৰ ধ্বনিতে সামন্ততন্ত্ৰৰ উচ্চ দেৱাল থহি নপৰিল। চহৰবাসী মধ্যবিত্ত শ্ৰেণীয়ে ইয়াৰ বিৰুদ্ধে অনেক শতিকাজুৰি যি যুদ্ধ দিব লগীয়া হ'ল, অৱশেষত সকলোতে নহলেও ঠায়ে ঠায়ে সি সফল হৈছিল। প্ৰথমতে এওঁলোক ৰজাৰ লগত সংঘবদ্ধ হৈ সামন্ত ডা-ডাঙৰীয়াসকলক ক্ষমতাচ্যুত কৰি ৰাখিলে। তাৰ পিছত মাজে মাজে গাঁৱৰ সৰুসুৰা মাটিমালিকৰ লগ হৈ ৰাজ-ক্ষমতা হৰণ কৰিলে। ক্ৰমৱেলৰ দৰে গাঁৱৰ ভদ্ৰব্যক্তি আৰু লণ্ডনৰ সদাগৰৰ সংঘবদ্ধ প্ৰচেষ্টাই ৰজা প্ৰথম চাৰ্লচক ৰাজ-আসনৰপৰা নমাই আনিছিল।

আমেৰিকাৰ উদাৰনীতিবাদ এটা ঐতিহাসিক পটভূমিত স্থাপন কৰিবলৈ মই শ শ বছৰৰ এই গতিধাৰাৰ বিষয়ে চমু বৰ্ণনা এটা কৰিলোঁ। ১৭৭৬ শতিকাত হোৱা আমেৰিকাৰ বিপ্লৱ ৰাজশক্তিৰ বিৰুদ্ধে হোৱা প্ৰথম স্থায়ী আৰু সফল বিপ্লৱ। ইউৰোপবাসীৰ পূৰ্বপুৰুষে শতিকাজুৰি এখন নতুন পৃথিৱীৰ হকে চলাই অহা সংগ্ৰামৰ ইয়েই যেন শীৰ্ষতম বিন্দু। ইয়াতেই আৰম্ভ হয় ইতিহাসৰ এটি নতুন অধ্যায়। দাৰ্শনিকসকলে লিখিছে সকলো মানুহ সমভাৱে সৃষ্টি হৈছিল। এতিয়া প্ৰথমবাৰৰ কাৰণে এটা জাতিৰ চাৰিচুকীয়া ভেটি এই বৈপ্লৱিক সূত্ৰৰ ওপৰত প্ৰতিষ্ঠিত হ'ল।

গতিকে এইটো বুজা গৈছে যে, স্বাধীনতাৰ মৰ্মবাণী প্ৰচাৰত ব্যক্তিৰ সাম্যবাদ সম্বন্ধে সমৰ্থন কৰোঁতাসকলৰ ভিতৰৰে কিছুমানে ইয়াৰ পূৰ্ণব্যৱহাৰ ভালদৰে হৃদয়ঙ্গম কৰিব পৰা নাছিল। উদাহৰণস্বৰূপে, কোনোৱে নিগ্ৰোদাসসকলক স্থাৱৰ সম্পত্তি বা অতিকে নিকৃষ্ট মানৱসন্তান হিচাপে গণ্য কৰিছিল। আনকি জেফাৰছনেও বহুদিন পিছতহে ব্যক্তিগত অভিজ্ঞতাৰ যোগে বুজিব পাৰিছিল সমান স্বাধীনতা আৰু সমান সুবিধা দিলে নিগ্ৰোসকলেও শ্বেতাঙ্গবিলাকৰ দৰেই দক্ষতা অৰ্জন কৰিব পাৰে।

মন কৰিব লগীয়া যে দেশ প্ৰতিষ্ঠাতাসকলে মানুহ সমভাৱে "সৃজন" হৈছে বুলি কলে যদিও এইটো নকলে যে, তেওঁলোক সদায় সমান হৈ থাকিব। এই খিনিতে আমাৰ চকুত পৰে আদিম উদাৰনীতিবাদ মুদ্ৰাটিৰ অন্য পিঠি,—মানুহ যদি নিজ কাৰ্যদক্ষতাৰে উন্নতি কৰিবলৈ মুক্ত তেন্তে অৱনতিৰ ক্ষেত্ৰতো একেদৰেই মুক্ত। দৰাচলতে জেফাৰছন আৰু তেওঁৰ অনুগামীসকলে, সিঁহত অতি উন্নত শিখৰত উঠাটো নাইবা একেবাৰে নিম্নত পতন হোৱাটো আশা কৰা নাছিল। তেওঁৰ দৃষ্টিভঙ্গীৰ আমেৰিকাত এনে কেতবোৰ সৰু আৰু মজলীযা তৰপৰ খেতিয়ক থাকিব, যাৰ সমতা নিৰ্ণয় হব মাটিৰ মালিকীস্বত্ব অনুপাতে।

আকৌ মধ্যবিত্ত শ্ৰেণীয়ে লাভ কৰা স্বাধীনতা প্ৰকৃত অৰ্থত তেওঁলোকৰ ভিতৰৰে এনেবোৰ লোকৰ কাৰণেহে আছিল,—সদাগৰ, জীৱিকাধাৰী লোক, চহৰবাসী দক্ষ কাৰিগৰ আৰু গাঁওবাসী মাটিৰ গৰাকী। দেশৰ প্ৰতিষ্ঠাতা পিতৃসকলৰ অনেকে ভয় কৰিছিল জানোচা চহৰত থকা অকুশলী বনুৱা অথবা কাৰখানাৰ কৰ্মীবোৰে চৰকাৰ গঠনক্ষেত্ৰতো মাত মাতে। উপনিবেশবিলাক আৰু পিছলৈ ৰাষ্ট্ৰসমূহত এনেবোৰ লোকক ভোটাধিকাৰ দান কৰা হৈছিল, যাৰ আছে সামান্যতম আয় নাইবা সম্পত্তিৰ গৰাকী বুলিবলৈ এটি পদবী।

সৌভাগ্যক্ৰমে এইখন নতুন পৃথিৱীত সাম্যবাদৰ জোৱাৰ প্ৰবল হৈ উঠিল আৰু এটা শতাব্দীৰ ভিতৰতে সাৰ্বভৌম পুৰুষ ভোটাধিকাৰ স্থায়ী নীতিত পৰিণত হ'ল। এই যে সকলো স্বাধীন ব্যক্তিলৈ ভোটাধিকাৰ বিয়পি গ'ল; ইয়েই আমেৰিকাৰ গণতন্ত্ৰত এটি উল্লেখযোগ্য আশীৰ্বাদস্বৰূপ হৈ দেখা দিলে।

তাৰ বিপৰীতে, ইউৰোপত মাজে-সময়ে উদাৰনৈতিবাদ এটা গোঁড়ামীপূৰ্ণ নিষ্ঠুৰ নীতিৰ দৰে হৈ উঠিছিল। শিল্প-বিপ্লৱে ইয়াৰ দোষসমূহ নিৰ্মমভাৱে উদঙাই দিলে। যন্ত্ৰৰ সহায়ত উৎপাদন বৃদ্ধি আৰু সম্পত্তি গঢ়া সুবিধাবোৰ

লাভ কৰি গোঁড়া ইউৰোপীয়ান উদাৰনৈতিকসকল আহ্লাদিত হৈছিল। কিন্তু যন্ত্ৰৰ ক্ষতিসাধনৰ প্ৰতি আছিল নির্মম নিৰাসক্ত। বনুৱাবোৰ অপয়ালগা বস্তিত বাস কৰি হাড়ভঙা পৰিশ্ৰম কৰিছিল। বেছিভাগেই আছিল অশিক্ষিত, দৰিদ্ৰ, ৰোগাক্রান্ত আৰু সিহঁতৰ ভিতৰত শিশু বনুৱাৰো প্ৰাদুৰ্ভাৱ নোহোৱা নহয়। এনেবোৰ দুখলগা অৱস্থা সত্ত্বেও দুখীয়াবোৰৰ হৈ চৰকাৰৰ কোনো ধৰণৰ হস্তক্ষেপ স্বীকাৰ নকৰি তেওঁলোকে আনকি অৰ্থনৈতিক উন্নতিৰ অপৰিবৰ্তনীয় আইনৰ বিপৰীতে থিয় দিছিল। প্ৰথম অৱস্থাত ভোটাধিকাৰ-হীন আৰু ইউনিয়নবিহীন হৈ বনুৱাবোৰ প্ৰতিৰক্ষাহীন হৈ পৰিছিল। যদি সিহঁতে কেতিয়াবা কিবা সহানুভূতি লাভ কৰিছিল, সেয়া প্ৰায়ে ৰক্ষণশীল ধনিক গোষ্ঠীৰপৰা ; যাৰ মাজত সামন্ততন্ত্ৰৰ পৰম্পৰাগত "ডা-ডাঙৰীয়াৰ কৃতাৰ্থপৰায়ণ" নীতি অৰ্থাৎ সমাজৰ নিম্ন শ্ৰেণীৰ প্ৰতি উচ্চ শ্ৰেণীৰ সামান্যতম দায়িত্বৰ ভাব তেতিয়াও ষিসকলৰ মাজত বৰ্তি আছিল সেই সকলৰপৰা।

স্বাধীনতাৰ অৰ্থ ইমান ঠেক গণ্ডীৰ মাজত আবদ্ধ কৰি ৰখাত তাৰ প্ৰতি দুখীয়াসকলৰ এটি ৰূঢ় অভিজ্ঞতা হোৱাটো একো আচৰিত কথা নহয়। হব্‌হাউছে গৰজি উঠি কৈছিল—"সমস্বত্বহীন স্বাধীনতা" এটি সাধু শব্দৰ ব্যৰ্থ নাম বিনে একোৱেই নহয়। এনাটোল ফ্ৰেন্সে কোৱা দৰে—"আইনৰ মহত্বপূৰ্ণ সাম্যবাদে ধনীৰ দৰেই দুখীয়াকো দলঙৰ তলত শুবলৈ মানা কৰে, সেই নিচিনা বাটৰ ওপৰত ভিক্ষাগ্ৰহণ আৰু কটিচোৰ কৰিবলৈও দিয়া নাই।

ইউৰোপৰ উদাৰনীতি সময়ৰ সোঁতত উদ্ভৱ হৈছিল আৰু তাৰ লগতে গতি কৰিছিল। কিন্তু ই বহুত পলমকৈ আৰু কমকৈ আগবাঢ়িছিল। চহৰৰ বনুৱাবোৰে ভোটাধিকাৰ লাভ কৰি নিজ স্বাৰ্থ ৰক্ষাৰ্থে ইউনিয়নত সংঘবদ্ধ হৈ পৰিল। লগে লগে কিছুমানে গণতান্ত্ৰিক নীতিৰ ধৰণে সমাজবাদৰ ফালে আৰু কিছুমানে 'টটেলিটাৰীয়ান' নীতিৰ ভুল পথ ধৰি কমিউনিজমলৈ ঢাল ললে। ইউৰোপত তেতিয়াও উদাৰনৈতিক দল আছিল যদিও ৰক্ষণশীল সোঁপন্থী আৰু সমাজবাদ বা বামপন্থী কমিউনিষ্টৰ তুলনাত তৃতীয় স্থানত পৰি আছিল।

আমেৰিকাৰ উদাৰনীতি সময়ৰ সুঁতিয়েদি আগবাঢ়িব পৰাটো এটা গুণ আছিল। তাৰ ফলস্বৰূপে ই লাভ কৰিছিল কম সুবিধাপ্ৰাপ্ত গৰিষ্ঠসংখ্যক লোকৰ আনুগত্য আৰু ভবিষ্যতবাণী কৰিব পাৰিছিল উল্লেখযোগ্য সমাজবাদ আৰু কমিউনিষ্টদলৰ উদ্ভাৱনাৰ বিষয়ে। আমেৰিকাৰ উদাৰনীতি প্ৰকৃত

উদাৰনৈতিকৰ ঐতিহ্যত গা কৰিছিল যাৰেই এই মুক্ত প্ৰতিযোগিতামূলক অভিযান অৰ্থনৈতিক জীৱনৰ মূল হিচাপে গণ্য কৰিছিল। কিন্তু, প্ৰাচীন উদাৰনীতিবাদে কোৱা, কমকৈ শাসন কৰা চৰকাৰেই উৎকৃষ্ট চৰকাৰ,—এই গোঁড়ামীপূৰ্ণ উক্তিৰ ই বহু বাহিৰত আছিল। চৰকাৰৰ কৰ্তব্যৰ ভিতৰত ভালেমান দৃঢ়নীতি ই স্বীকাৰ কৰি লৈছিল। তাৰ ভিতৰত হ'ল ব্যক্তিগত বৃত্তিৰ কাৰণে উন্নতিমূলক পৰিবেশ সৃষ্টি কৰা সমূহীয়া জীৱনৰ এটি স্বাভাৱিক মানদণ্ড ৰক্ষাৰ ব্যৱস্থা লোৱা। উনৈশ শতিকাৰ পৰৱৰ্তী সময়ছোৱাত নতুন শিল্পোদ্যোগপূৰ্ণ সমাজে কঢ়িয়াই অনা সমস্যাসমূহৰ লগত মুখামুখি হওঁতে আমেৰিকাৰ উদাৰনীতিবাদেও ইউৰোপৰ উদাৰনীতিৰ দৰেই সমৰ্থ হৈছিল। সেই সময়ৰ সম্পত্তি আৰু ক্ষমতাৰ কেন্দ্ৰীকৰণক ই সহজভাৱে অভিনন্দন জনোৱা নাছিল। কাৰণ তাৰ মাজত এনেবোৰ বিপদৰ সম্ভাৱনা প্ৰত্যক্ষ কৰিছিল; ই চৰকাৰক নিয়ন্ত্ৰিত আৰু অথৰ্ব কৰি দিয়াত বাহিৰেও প্ৰতিযোগিতাৰ লক্ষ্য ই ধ্বংস কৰি দিব আৰু সম্পত্তি বিতৰণত বঢ়াই তুলিব বৈষম্য। সোতৰ শতিকাত ৰজাৰ ক্ষমতাই যিদৰে ব্যক্তি স্বাধীনতাত হাত দিছিল, সেইদৰে ইয়াৰ মাজতো দেখিছিল স্বাধীনতা হৰণৰ নতুন বীজ।

গতিকে হস্তক্ষেপৰদ্বাৰা সমাজত সমতা স্থাপন কৰি ৰাখিবলৈ নতুন উদাৰনীতিবাদে চৰকাৰৰ ওপৰত হেঁচা দিবলৈ আৰম্ভ কৰিলে। ই সোনকালেই বুজি উঠিল যে পছিমীয়া সমাজত যি শক্তিয়ে উৎপাদন ক্ষমতা প্ৰকাশ কৰিছিল সেই একেবোৰ শক্তিয়ে এতিয়া তাক ৰুদ্ধ কৰাৰ ভাবুকি দিছে। যিবোৰ শক্তিয়ে এসময়ত অত্যাচাৰীৰ ক্ষমতা নাশ কৰিছিল এতিযা সেয়েই আপডাল কৰিছে নতুন অত্যাচাৰীৰ।

কুৰি শতিকাত আমেৰিকাৰ উদাৰনৈতিকবাদ এটি শক্তিশালী ৰাজনৈতিক শক্তিৰূপে অৱতীৰ্ণ হৈছে। তাৰ কাৰণ হ'ল প্ৰখ্যাত ৰাজনীতিজ্ঞসকলে সাৰ্বভৌম পুৰুষ ভোটাধিকাৰ আৰু সীমান্ত প্ৰসাৰণৰ সমধিক প্ৰতিক্ৰিয়া, শিল্পোদ্যোগপূৰ্ণ সমাজত খাপ খোৱাকৈ ৰূপায়িত কৰিছিল। সেই সকল ৰাজনীতিজ্ঞৰ ভিতৰত আছে, থিওডৰ ৰুজভেল্ট, তেওঁ প্ৰথম বৃহৎ চৰকাৰৰ মাজত গণতন্ত্ৰৰ সম্ভাৱনা বিচাৰি পাইছিল আৰু বৃহৎ ব্যৱসায়ৰপৰা উৎপন্ন হোৱা সমস্যাবোৰ সমাধানৰ কাৰণে তাক প্ৰয়োগ কৰাৰ প্ৰয়োজন বোধ কৰিছিল। আনগৰাকী উড্ৰো উইলচন। ৰুজভেল্টে প্ৰথম আৰম্ভ কৰা কামকে তেওঁ চলাই নিছিল। আকৌ ফ্ৰেঙ্কলিন ৰুজভেল্টেও আমেৰিকাৰ উদাৰনীতিবাদত পৰিৱৰ্তন

আনিছিল। এই পৰিৱৰ্তন হ'ল উদাৰনীতিবাদক স্বাধীনতা আৰু যথোচিত সাম্যবাদ লাভৰ কাৰণে ৰাষ্ট্ৰীয় ক্ষমতা স্বৰূপে ব্যৱহাৰত লগোৱা।

উদাৰনীতিবাদ সম্পৰ্কে ৰাষ্ট্ৰপতি ফ্ৰেঙ্কলিন ৰুজভেল্টে এইদৰে বৰ্ণাইছে :

জেফাৰচন, জেক্‌চন, লিঙ্কন, থিওডৰ ৰুজভেল্ট আৰু উইলচনৰ দিনত উদাৰনীতিক নামধাৰী দলটো স্পষ্টভাৱে ওলাই আহিল। সংৰক্ষণী দলটোৰ ই বিৰুদ্ধবাদী। তেতিয়া উদাৰনীতিবাদৰ যি নামেই নাথাকক কিয় ইয়াৰ এটা বিশেষত্ব আছিল। অৰ্থাৎ গৰিষ্ঠ সংখ্যক লোকৰ মতবাদ ই গ্ৰহণ কৰিছিল। কিন্তু শিক্ষিত বা ধনিক সংখ্যালঘিষ্ঠদলৰ বিচাৰক স্বীকৃতি দিয়া নাছিল। কাৰণ এই দলৰ বিশ্বাস যে, দীঘলীয়া সময়ৰ বাবে সংখ্যালঘিষ্ঠদলৰ ৰাজনৈতিক বা অৰ্থনৈতিক প্ৰশাসনে প্ৰতিনিধিমূলক গণতন্ত্ৰৰ সুষ্ঠু পৰিচালনাক ধ্বংস কৰি পেলাব। এইটো কাৰণেই এই দলটোৱে যিমান পৰা যায় সিমানখিনি মানুহৰ ভোটাধিকাৰ বঢ়োৱাত সদায় মত দিছিল।........

উক্ত দুটা দলৰ অন্যান্য গুৰুত্বপূৰ্ণ পাৰ্থক্যও আছে,—পুৰুষ তিৰোতা নিৰ্বিশেষে ব্যক্তিৰ ক্ষমতাৰ বাহিৰত নতুন সমস্যা আৰু নতুন অৱস্থা বিশেষৰ সৃষ্টি হৈছে। এই ক্ষেত্ৰত উদাৰনীতিবাদে চৰকাৰৰ সেই সমস্যা সমাধানৰ প্ৰতিষেধক বিচাৰি উলিওৱাতো জোৰ দিছে। এই সূত্ৰকে আব্ৰাহাম লিঙ্কনেও এইদৰে প্ৰচাৰ কৰিছিল ;—জনসমষ্টিৰ প্ৰয়োজনীয় কাম সমাধান কৰাই চৰকাৰৰ প্ৰধান কৰ্তব্য হোৱা উচিত। কিন্তু তেওঁলোকে স্বকীয় ক্ষমতাৰে নিজৰ কাৰণে বেলেগে কাম কৰিব নোৱাৰে নাইবা কৰিলেও ভালকৈ কৰিব নোৱাৰে।

উদাৰনৈতিকদলে কেতবোৰ উল্লেখযোগ্য সমস্যাৰ প্ৰতি বিশেষ সচেতন হৈ পৰে। ইয়াৰ ফলত বহু সময়ত তেওঁলোকৰ মত আনৰ লগত নিমিলে। এবাৰ ফ্ৰেঙ্কলিন ৰুজভেল্টক সোধা হৈছিল যে, সংৰক্ষণশীলদলক সদায় ঐক্যপূৰ্ণ আৰু উদাৰনৈতিকদলক বিভেদপূৰ্ণ যেন ভাব হয় কিয়! ফ্ৰেঙ্কলিনে কৈছিল— "উত্তৰ তেনেই উজু। অৰ্থাৎ আগবাঢ়ি যোৱাৰ কাৰণে বহু পথ আছে। কিন্তু স্থিৰভাৱে থিয় দি থকাৰ একেটা মাত্ৰ পথ।"

আমেৰিকানসকলৰ আগত ব্যক্তিগত অৰ্থনৈতিক ক্ষমতা কেন্দ্ৰীকৰণে নতুন সমস্যাৰ সৃষ্টি কৰিলে। তাৰ ফলতে উদাৰনৈতিক চিন্তা আৰু উদাৰনৈতিক কাৰ্য এই দুটা বিভাগৰ উৎপত্তি হ'ল। প্ৰথমটোৰ মতে, বৃহৎ মাত্ৰেই বেয়া। গতিকে বৃহৎ কেন্দ্ৰীকৰণক চৰকাৰী কাৰ্যদ্বাৰা ভাঙি দিয়া হয়।

কিছু পিছত উত্তৰ হোৱা আনটো বিভাগৰ মতে, ক্ষেত্ৰবিশেষে বৃহৎ আকাৰ

আৰু সম্পদ সংগ্ৰহ বিশেষকৈ বহুল উৎপাদন আৰু বিতৰণৰ কাৰণে অপৰিহাৰ্য। এই ধনসংগ্ৰহৰ মাজত বিপদৰ সম্ভাৱনা দেখিয়ে কিছুমান উদাৰপন্থীয়ে সেইবোৰক বিপৰীতমুখী শক্তিৰে বাধা দিব লাগে বুলি মত পোষণ কৰে। অৰ্থাৎ চৰকাৰে এহাতে নিয়ন্ত্ৰণ ৰাখিব আৰু আনহাতে থাকিব সংঘবদ্ধ শ্ৰমিক আৰু ব্যক্তিগত সমষ্টিৰ দল।

এই নতুন প্ৰক্ৰিয়াৰ যোগে যুগৰ দুৱাৰ মুকলি হৈ গ'ল। কজভেল্টৰ শাসনকালৰ আদিছোৱাতে দুয়োটা বিভাগে শক্তিশালী হৈ দেখা দিলে। তাৰ ভিতৰত কেতিয়াবা এটা বেছি শক্তিশালী হৈ উঠে কেতিয়াবা আনটো। নতুন যুগৰ পৰবৰ্তী সময়ছোৱাত বিশেষকৈ ট্ৰুমেন, কেনেডী আৰু জনছনৰ শাসন-কালৰ ভিতৰেদি উদাৰনীতিয়ে বহু উন্নতি কৰি গ'ল। তাৰ পিছত দেখা গ'ল যে দুয়োটা মতবাদতে কিছুমান মূল্যবান সত্য নিহিত আছে। তাৰ উপৰি প্ৰকৃতপক্ষে দুটাৰ মাজত অসামঞ্জস্য নাই।

আমাৰ অৰ্থনৈতিক গঠনত বৃহৎ ব্যৱসায়ৰ যিদৰে অবদান আছে সেইদৰে আছে ক্ষুদ্ৰ ব্যৱসায়ৰ। যদি অৰ্থনৈতিক ক্ষমতাৰ কেন্দ্ৰীকৰণত প্ৰতিৰোধী শক্তি নাথাকে, তেন্তে তাত হস্তক্ষেপ কৰা চৰকাৰৰ কৰ্তব্য। নহলেবা আমাৰ অৰ্থনীতিৰ দৰ্কাৰী সমতা ৰক্ষা কৰিবলৈ এই কেইটা উপায় অবলম্বন কৰিব পৰা যায়, যেনে,—প্ৰতিযোগিতা আৰু ক্ষুদ্ৰ ব্যৱসায়ৰ সম্প্ৰসাৰণ। অথবা ইউনিয়নে তেওঁলোকৰ ক্ৰম ক্ষমতা ঠিকমতে ৰাখিবলৈ সক্ষম হৈছে নে নাই তাৰ ওপৰত দৃষ্টি ৰাখিব লাগিব। আকৌ বৰ্তমানৰ 'কাৰখানা'মূলক প্ৰগতিৰ আগত পৰিয়াল-পামৰ অস্তিত্ব বজায় ৰাখিব লাগিব।

এই ব্যৱস্থাটোকে "মিশ্ৰিত অৰ্থনীতি" বোলা হয়। মই হলে "সমতাপূৰ্ণ অৰ্থনীতি" বুলিহে কম। এনে এটি অৰ্থনীতি য'ত বৃহৎ আৰু ক্ষুদ্ৰ ব্যৱসায়, মূলধন আৰু শ্ৰম, কাৰখানাৰ পামুৱৈ আৰু পৰিয়াল পামুৱৈ একেলগে কাম কৰে তাত নিশ্চয়কৈ সংঘৰ্ষ হোৱাটো স্বাভাৱিক। কিন্তু এনেবোৰ সংঘৰ্ষ নাইকিয়া হলে আমাৰ অৰ্থনীতিয়ে জাতীয় সত্তা হেৰুৱাব। কিন্তু চৰকাৰে বান্ধি দিয়া সৰ্বস্তৰৰ উন্নতিমূলক নীতিৰ ভিতৰত এই সমস্যাবোৰ সমাধানৰ উপায় আছে। তাৰপৰা সকলোৰে উপকাৰ হোৱাত বাহিৰে কাৰো অনিষ্ট নহব।

সমতাপূৰ্ণ অৰ্থনীতিৰ লগত অঙ্গাঙ্গীভাৱে জড়িত হৈ আছে কল্যাণমূলক আঁচনি। ইয়াত চৰকাৰে এটি দায়িত্ব গ্ৰহণ কৰে। প্ৰত্যেক আমেৰিকান নাগৰিকৰে জীৱন নিৰ্বাহৰ সৰ্বনিম্ন মানদণ্ড আৰু জীৱনৰ মৰ্যাদা ৰক্ষাৰ নিমি-

চৰকাৰে নজৰ ৰাখে। এই নতুন নীতিয়ে মানৱিকতাপূৰ্ণ ৰাষ্ট্ৰৰ ভেটিটো স্থাপন কৰিলে। ৰাষ্ট্ৰপতি জনছনে এই কাম সম্পূৰ্ণ কৰিবলৈ আগবাঢ়িছে। তেওঁৰ চৰিত্ৰগত একাগ্ৰতা আৰু শক্তিৰে দাৰিদ্ৰ্যৰ বিৰুদ্ধে তেওঁ যুদ্ধ ঘোষণা কৰিছে। সেই দাৰিদ্ৰ্য এতিয়াও আমাৰ এইখন চহকী সমাজত বিৰাজমান।

ইউৰোপত লিবাৰেল দলসমূহ দুৰ্বল অৱস্থাত পৰি আছিল। কিন্তু সামাজিক সমস্যা সমাধানত বৰ্তমানে তাত উদাৰনৈতিকবাদে নাটকীয়ভাৱে প্ৰৱেশ কৰিছে। প্ৰকৃততে সকলো পশ্চিমীয়া ইউৰোপীয়ান, চছিয়েলিষ্ট দলসমূহ (আমেৰিকাৰ ধাৰণাত) এতিয়াৰপৰা কেৱল নামটোত বাহিৰে পুৰাপুৰি উদাৰনীতিক। পূৰ্বৰ বহুতো গোঁড়ামী তেওঁলোকে ত্যাগ কৰিছে, আনকি ছোভিয়েত ৰাছিয়াতো প্ৰায় অৰ্ধশতিকা কমিউনিজমৰ প্ৰচলনৰ পিছত, উদাৰনীতিবাদৰ কেতবোৰ মূল নীতি গ্ৰহণ কৰিবলৈ আৰম্ভ কৰিছে। মুষ্টিমেয় ডেকা ৰাছিয়ানে অধিক বাক্ স্বাধীনতা আৰু কৰ্মৰ স্বাধীনতা দাবী কৰিছে। আন এটি মুষ্টিমেয় অৰ্থনৈতিক আৰু কাৰিকৰীৰ দলে কবলৈ আৰম্ভ কৰিছে যে, ছোভিয়েত নীতিয়ে ব্যক্তিগত কৰ্মকুশলতা আৰু আগ্ৰহৰ ক্ষেত্ৰত অতি কম সুবিধা আগবঢ়াইছে। এইবোৰ ছোভিয়েত স্তম্ভৰ গাত ক্ষুদ্ৰ ক্ষুদ্ৰ ফাট মেলিছিল; কিন্তু এইবোৰ লাহে লাহে এনে ডাঙৰ হ'ল, যিয়ে এদিন আপাতদৃষ্টিত অভেদ্য সামন্ততন্ত্ৰবাদ ভাঙি চুৰমাৰ কৰি দিছিল।

আমেৰিকাত উদাৰনীতিবাদৰ অৱস্থা সচ্ছল; পৃথিৱীৰ আন আন অংশত ইয়াৰ আবেদন বাঢ়িছে। কিন্তু মুহূৰ্তৰ বাবেও আমি আত্মসন্তুষ্টিৰ ভাৱেৰে ইয়াক কলুষিত নকৰো। আমেৰিকান উদাৰনীতিবাদৰ ডাঙৰ শক্তি হ'ল যিকোনো পৰিৱৰ্তনক ই সাদৰে মানি লয়, পৰিৱৰ্তন ইয়াৰ অঙ্গীভূত। পৰিৱৰ্তনে আনি দিয়া সা-সুবিধা আৰু প্ৰত্যাহ্বান ই কেতিয়াও এৰি নচলে বৰং কৰায়ত্ত কৰি লয়। এইটো গোঁড়ামী নহয়, সুষ্ঠু জীৱনৰ লক্ষণ। ইয়াৰ অন্তৰালত সহানুভূতিশীল অন্তৰ, উদাৰ দৃষ্টিভঙ্গী আৰু কৰ্মক্ষমতাৰ পৰিচয় পোৱা যায়। সহানুভূতিশীল অন্তৰ নহলে দেশ-বিদেশৰ মানুহৰ মূল আশা-আকাঙ্ক্ষাৰ চাহিদা পূৰণ কৰাত ই ব্যৰ্থ হ'লহেঁতেন। উদাৰ দৃষ্টিভঙ্গী অবিহনে, নন সমস্যাসমূহ দৃষ্টিগোচৰ আৰু তাৰ সমাধানত ব্যৰ্থ হ'লহেঁতেন। সেইদৰে কৰ্মোদ্যম আৰু সাহস বিনে ভাব-অনুভূতিসমূহক অৰ্থপূৰ্ণভাৱে বাস্তৱ ৰূপ দিয়াৰ ক্ষমতা হেৰুৱালেহেঁতেন। সেইবাবেই এজন আধুনিক উদাৰনীতিক আমেৰিকান স্বৰূপে মই গৌৰৱ বোধ কৰোঁ। আমাৰ অতীতৰ মহান্ সাফল্যক প্ৰতি মই বিদুৰে সচেতন সেইদৰে আমাৰ ভৱিষ্যতৰ প্ৰতিও সদায় আস্থাবান।

## ॥ মানৱ অধিকাৰ ॥

ফ্ৰেঙ্কলিন কন্‌ভেন্টৰ স্বাধীনতাৰ চাৰিটা সূত্ৰই আন এটা পঞ্চম স্বাধীনতাৰ বিষয়েও ইঙ্গিত দিছিল, সেইটো হ'ল; সম্ভ্ৰমপূৰ্ণ স্বাধীনতা। ১৯৬৪ চনত সেই স্বাধীনতাৰ স্বপ্ন আমাৰ নিগ্ৰো নাগৰিকসকলৰ বাবে বাস্তৱত পৰিণত হ'ল।

অলপতে যুক্তৰাষ্ট্ৰৰ চুপ্ৰিমকোৰ্টে মেৰি হেমিল্‌টন নামৰ গৃহ-অধিকাৰৰ কৰ্মী এজনীৰ আইন-অবাধ্যতাৰ দোষ নাকচ কৰাত নিজকে যি ধৰণে সম্বোধন কৰি দেখুৱাইছিল তাত নিগ্ৰো জাতিৰ বৰ্তমান ক্ৰোধ আৰু অসন্তুষ্টি প্ৰকট হৈ পৰিছিল। তাৰ প্ৰকাশ কেতিয়াবা দাৰিদ্ৰ্যতকৈও পীড়াদায়ক হয়।

আলাবামা কোৰ্টে মিছ হেমিল্‌টনৰ ওপৰত এইবুলি অভিযোগ আনিছিল; যেতিয়া কোৰ্টৰ এজন উকীলে তেওঁক "মেৰি" বুলি স্পষ্টভাৱে সম্বোধন কৰিছিল তেওঁ উত্তৰ দিবলৈ নাৰাজ হৈছিল, তেওঁ তেওঁক মনত কৰি দি কৈছিল; তেওঁৰ নাম মিছ হেমিল্‌টন। তেওঁ বাধা নুশুনাত হেমিল্‌টনে উত্তৰ দিবলৈ নাৰাজ হ'ল।

কোৰ্টৰ ভিতৰত নাইবা কোনো অফিচত নিগ্ৰোসকলক তেওঁলোকৰ প্ৰথম নামটোৰে সম্বোধন কৰা মানে তেওঁলোকক নীচ জাতিৰ লোক হিচাপে গণ্য কৰাৰ নামান্তৰ। নিগ্ৰোসকলে এই অতীব অপমানজনক কাৰ্যকো মানিব লগা হৈছে কাৰণ এই বিষয়ে কিবা কৰিবলৈ তেওঁলোকৰ কোনো ক্ষমতা নাই।

কিন্তু এইদৰে সৰহদিন নাথাকিল; কোৰ্টকমৰ ভিতৰত দেখুওৱা মিছ হেমিল্‌টনৰ বিদ্ৰোহে ডেকা নিগ্ৰোসকলক সকলো প্ৰকাৰ পৃষ্ঠপোষকতা বা অৱহেলা বন্ধ কৰাৰ এটা দৃঢ়তা আনি দিলে। আজি নিগ্ৰোসকলৰ মাজত এক নতুন 'যুদ্ধং দেহি' মনোভাৱে ঠাই পাইছে, তাৰ লগে লগে অতীতৰ আশা আৰু প্ৰতিজ্ঞাসমূহ ভাগি যাবলৈ ধৰাত শ্বেতাঙ্গসকলৰ মনত বিৰাট অসন্তোষে দেখা দিছে। এই অসন্তোষৰ প্ৰকাশসমূহ আগতকৈ এতিয়া অধিক স্পষ্ট।

"স্বাধীনতা লাগে" এই শ্লোগান বাৰু খুব দাবীপূৰ্ণ আৰু বিদ্ৰোহজনক যেন শুনায় নেকি? আপোনাৰ নিজৰ অনুভূতিৰ কথা ভাবি চাওকচোন। আপুনি আৰু আপোনাৰ পূৰ্বপুৰুষ যদি বংশানুক্ৰমিকভাৱে এই স্বাধীনতাৰ পৰা বঞ্চিত হৈ থাকিলহেঁতেন। অৱশ্যে এইটো ঠিক দাসত্বৰপৰা মুক্তি ঘোষণা

আজিতকৈ এশ বছৰ আগৰ পুৰণি দাবী। বৰ্তমানে ইয়াৰ অঙ্গীকাৰ বাস্তৱত ৰূপায়িত হৈছে। পাব্লিক স্কুলসমূহৰ পৃথককৰণৰ বিষয়ে চুপ্ৰিম কোৰ্টে দহ বছৰ আগতে সিদ্ধান্ত লৈছে। আকৌ ১৯৬৪ চনত দক্ষিণাঞ্চলত শতকৰা দহজনতকৈ কম ল'ৰা-ছোৱালী সমূহীয়া স্কুললৈ গৈছে।

নতুন যুঁজাৰু মনোভাব এনে কেতবোৰ নিগ্ৰো সমষ্টিলৈ বিয়পি পৰিছে, যিবোৰ ঠাই আগতে কেতিয়াও গৃহস্বত্ব-বিষয়ক কাম কাজত জড়িত হৈ পৰা নাছিল। প্ৰাচীন প্ৰতিবাদৰ আদৰ্শ আৰু উন্নতিৰ প্ৰচেষ্টামূলক পদ্ধতি যেনে, সকলো কথা বিশেষজ্ঞ আৰু উকীলৰ হাতত এৰি দিয়া নীতিয়ে এটা বৃহৎ অংশ নিগ্ৰো সমাজক বিশেষকৈ ডেকাসকলক আৰু সন্তোষ দিব নোৱাৰা হ'ল। নিগ্ৰো নেতাসকলে তেওঁলোকৰ "স্বাধীনতা লাগে" অভিযানত অৱলম্বন কৰা, বহি থকা শোভাযাত্ৰা বা অনশন আদি নানান অহিংস নীতি লয়। এই কাৰ্যবোৰৰ নৈতিকতা আৰু মূল্যায়নৰ বিষয়ত, মাজে মাজে মোৰ মন্তব্য সোধা হয়। আইন অমান্যকাৰীক মই কেতিয়াও ক্ষমা নকৰোঁ। কিন্তু মোৰ মতে এই বিক্ষোভ প্ৰদৰ্শনৰ কাৰণসমূহ সদায় পৰীক্ষা কৰি চাব লাগে। সেইবোৰেই হ'ল সমস্যাৰ মূল। আচলতে বিক্ষোভ প্ৰদৰ্শনৰ গাত দোষ নাই। চুপ্ৰিম কোৰ্টে অন্তভাৱে সিদ্ধান্ত নোলোৱা পৰ্যন্ত মিছ হেমিল্টনে প্ৰচলিত আইনৰ দিশৰপৰা ৰাষ্ট্ৰীয় আইন ভঙ্গ কৰিছিল। কিন্তু সেইটোৱে মূল কথা নহয়। যেতিয়া নিগ্ৰোসকলে সম অধিকাৰ, আইনৰ পূৰ্ণ সংৰক্ষণ আৰু উপৰোক্ত পঞ্চমবিধ স্বাধীনতা লাভ কৰিব, তেতিয়া যি কোনো ধৰণৰ তথাকথিত ন্যায়-অন্যায়মূলক বিক্ষোভ বন্ধ হৈ যাব।

বৰ্তমান পৰিস্থিতিৰ এটা দুৰ্ভগীয়া ঘটনা হ'ল, নিগ্ৰোসকলে শ্বেতাঙ্গসকলৰ মনোভাব আনকি জুডো-খৃষ্টিয়ান পৰম্পৰাৰ অৰ্থ সম্পৰ্কত তুমুল প্ৰশ্ন তুলিছে। নিগ্ৰোৰ বহু চূড়ান্তবাদী বিপ্লৱীসকলৰ ভিতৰত কৃষ্ণাঙ্গ মুছলমানবোৰেই প্ৰধান। নিষ্ঠুৰ অতীতৰ প্ৰতিক্ৰিয়া স্বৰূপে এইবোৰৰ উদ্ভৱ হৈছে। দুৰ্ভাগ্যক্ৰমে তেওঁলোকৰ আবেদন জাতিগত। সকলো মানুহ ভাই ভাই—এই কথা তেওঁলোকে অস্বীকাৰ কৰে। যদি উত্তৰকালৰ শ্বেতাঙ্গসকলে নিগ্ৰোসকলৰ লগত তেওঁলোকৰ ব্যৱহাৰৰ কাৰণে সঙ্কোচ অনুভৱ নকৰে তেন্তে তেওঁলোকক সোঁৱৰাই দিয়া ভাল : প্ৰকৃততে কৃষ্ণাঙ্গ মুছলমানৰ বিপ্লৱ উদ্ভৱ গ্ৰামাঞ্চলৰহে; য'ত দাৰিদ্ৰ্য, অসম্পূৰ্ণ শিক্ষা আৰু নিৰুৎসাহী নিগ্ৰো ইহুদীবিলাক একেলগে বাস কৰি আছে।

২য় মহাযুদ্ধৰ শেষত আমি বহু অগ্ৰসৰ হৈছোঁ। কিন্তু এতিয়াও নিগ্ৰোসকলৰ মানসিক বেথা-বেদনা বিৰাজমান। আমি সঁচাকৈয়ে অধিক কিবা কৰিছোঁ নে? যদি আজি কিছুমান নিগ্ৰোৰ কাৰণে "উদাৰ" শব্দটোও ঘৃণনীয় হয় তাত কিবা আচৰিত হব লগা আছে নে? যিবোৰ শ্বেতাঙ্গই স্বাধীনতা লাভৰ প্ৰতিবাদত অংশ লয়, সেইবোৰক যদি হাঁহিয়াতৰ পাত্ৰ বা মনৰ সংশোধন বিচাৰি যোৱা বুলি নিগ্ৰোবোৰে সন্দেহ কৰে তাত আচৰিত হব লগীয়া আছে নে?

এই যে নিগ্ৰোবোৰৰ মনৰ পূৰ্ণ আস্থা লাভৰ ব্যৰ্থতা এইটোৱে উদাৰনীতিক-সকললৈ এটা চেলেঞ্জ। মূল চেলেঞ্জ হ'ল, সকলোৱে যাতে স্বাধীনতা লাভৰ হকে চলোৱা সংগ্ৰাম। সংবিধানৰ মুখবন্ধত এইদৰে কোৱা আছে, "আমি সমূহ জনতাই"—কিন্তু বগা বা কলা জনতাৰ কথা কোৱা নাই। ঠিক তেনে ধৰণৰ হোৱাটোৱে উচিত, ১৯৬৭ চনৰ চিভিল ৰাইট বিল (গৃহ-অধিকাৰ চনদ) খনৰ ডেমোক্ৰেটিক ফ্ল'ৰ মেনেজাৰ স্বৰূপে কাম কৰাৰ সৌভাগ্য ঘটিছিল মোৰ। এইবাৰ গ্ৰীষ্মকালত উক্ত বিলখন লৈ সদনত কেইবা সপ্তাহজুৰি বিতৰ্ক চলিছিল আৰু তাৰ পিছত আইনত ৰূপায়িত কৰিবলৈ স্বাক্ষৰৰ কাৰণে বিলখন ৰাষ্ট্ৰপতি জনছনৰ ওচৰলৈ পঠিওৱা হৈছিল। আমাৰ জীৱনকালত সম্ভৱতঃ এইখনেই কংগ্ৰেছৰ সমুখত উত্থাপিত হোৱা এটাইতকৈ গুৰুত্বপূৰ্ণ বিল;—ই এখন সুন্দৰ আইন। বিভেদমূলক সমস্যাৰ মূল কথাৰ পিনে ইয়াৰ লক্ষ্য বেছিকৈ দিয়া হৈছে।

কিন্তু আইনখন ভাল হলেই নচলিব, যিবিলাক মানুহে ইয়াক বলবৎ কৰিব আৰু যিয়ে ইয়াক মানি চলিব উভয়ে ভাল হোৱা দৰ্কাৰ। চমুকৈ ইয়াৰ সফলতা নিৰ্ভৰ কৰিছে আমেৰিকানসকলৰ ধৰণ-কৰণৰ ওপৰত; স্বাধীনতাৰ প্ৰতি নাইবা ঘৃণা আৰু বিভেদ আদিৰ বিৰুদ্ধে তেওঁলোকে কি মনোভাব গ্ৰহণ কৰে তাৰ ওপৰত।

মোৰ বক্তৃতাত প্ৰায়ে এই বিভেদৰ ভয়াবহতা সম্পৰ্কে মই কওঁ। এই ঘটনাবোৰ হতাশাজনক। ঘৃণা আৰু জাতিগত বিভেদে পৃথিৱীৰ কেউকালে আমাৰ সুনাম নষ্ট কৰিছে আৰু সেইটোৱে আমেৰিকা বিৰোধিতাৰ প্ৰাথমিক অজুহাত ৰূপে ব্যৱহৃত হৈছে। কিন্তু আমাৰ ঘৰতে আমেৰিকাৰ অৰ্থনৈতিক ক্ষেত্ৰত এই জাতিগত ঘৃণা কেনেদৰে বিঘ্ন হৈ উঠিছে, তলত এই পৰিস্থিতিৰ এটি পৰিসংখ্যান দিয়া হ'ল:

**আয় :** ১৯৬২ চনত প্ৰতি শ্বেতাঙ্গৰ গড়ে আয় ৫,৪৬২ ডলাৰ। প্ৰত্যেক নিগ্ৰোৰ গড়ে আয় ৩,০২৩ ডলাৰ। অৰ্থাৎ শতকৰা ৪৫ কম।

**ঘৰ-বাৰী :** যুদ্ধৰ পৰৱৰ্তীকালৰ উন্নতি সত্বেও ১৯৬০ চনৰ পিয়ল মতে, পাঁচোটাৰ ভিতৰত দুটা নিগ্ৰো পৰিয়ালেহে স্বচ্ছন্দভাৱে বাস কৰে। তেওঁ-লোকৰ কাৰণে ঠাণ্ডা আৰু গৰম পানীৰ ব্যৱস্থা আৰু গা-ধোৱা ঘৰ আছে।

**কৰ্মসংস্থান :** ১৯৬০ চনৰ পিয়ল মতে প্ৰায় ৩'৬ নিযুত নিগ্ৰোৰ কৰ্মসংস্থান আছে। এক নিযুতে বনুৱাৰ কাম কৰে, আৰু আধা নিযুতে দাৰোৱানৰ কাম, কুলি বাৰ্দ্ধনি, অপাৰেটৰ আদিৰ কাম কৰে। নিগ্ৰোৰ সকলো ৰকমৰ কৰ্মসংস্থানৰ ভিতৰত শতকৰা প্ৰায় ৪০ ভাগ এই দুবিধ কম-বানচৰ কৰ্মীয়ে আগুৰি আছে। নিগ্ৰোসকলৰ শতকৰা দহজনে কাৰিকৰৰ কাম কৰে। তেওঁলোকৰ গড় হিচাপত সঞ্চয় ৩,৫০০ ডলাৰ। আনহাতে শ্বেতাঙ্গসকলৰ সেই সঞ্চয় গড়ে ৫,৪০০ ডলাৰ। সৰহভাগ নিগ্ৰোৰ আৰু এটা পথ হ'ল, কেৰাণী কাম। ইয়াতে তেওঁলোকে কিঞ্চিৎ বেছি পৰিমাণৰ ধন ঘটাৰ সুবিধা পায়। এটা কাৰণ হ'ল যুক্তৰাষ্ট্ৰৰ ডাকঘৰে কোনো বিভেদ নৰখাকৈ এটা বৃজন পৰিমাণৰ নিগ্ৰোকৰ্মী অন্তৰ্ভুক্ত কৰে। গড় হিচাপত নিগ্ৰো কেৰাণীয়ে ৪,০৭২ ডলাৰ আৰ্জে। আনহাতে শ্বেতাঙ্গসকলে আৰ্জে ৪,৮৪৮ ডলাৰ। ডাক কটিযাওঁতাৰ ভিতৰত নিগ্ৰোসকলে গড়ে ৫,১০১ ডলাৰ পায় আৰু শ্বেতাঙ্গসকলে পায় ৫,৩০৯ ডলাৰ।

**শিক্ষা :** বস্তি অঞ্চলৰ ল'ৰা-ছোৱালীৰ বাবে এইটো বস্তু সদায় চাৰিসীমাৰ বাহিৰত আছিল। কিন্তু শিক্ষাই নিগ্ৰোসকলক সিমান সহায়ও কৰা নাছিল। নিউইয়ৰ্কত শতকৰা ৬৯ জন নিগ্ৰোৰ হাইস্কুলৰ ডিপ্লোমা নাই ; তাতকৈ অলপ কম শতকৰা ৬২ জন শ্বেতাঙ্গ হাইস্কুলৰ গ্ৰেজুৱেট নহয়। কিন্তু জীৱন নিৰ্বাহৰ সঞ্চয়ৰ ক্ষেত্ৰত শ্বেতাঙ্গসকল দুগুণে সফলকাম। যোৱা বছৰত শ্ৰমিক সমিতি আৰু জনমঙ্গল সমিতিয়ে নিৰ্ধাৰণ কৰিছে যে, চাৰিবছৰীয়া কলেজীয়া পাঠ্যক্ৰম শেষ কৰা এজন নিগ্ৰোই জীৱনভৰ আয় হিচাপে আশা কৰিব পাৰে ১৮৫,০০০ ডলাৰ। কিন্তু এজন শ্বেতাঙ্গই তাৰ অষ্টমাংশ শিক্ষাৰেই জীৱনৰ আয় হিচাপে আশা কৰিব পাৰে ১৯১,০০০ ডলাৰ। এই অসামঞ্জস্যৰ প্ৰতি নিগ্ৰোসকল খুব সচেতন। দাৰিদ্ৰ্যমুক্তিৰ উপায়স্বৰূপে বহুতো নিগ্ৰোই শিক্ষা লাভৰ সুযোগ নোপোৱাটো আচৰিত নহয়।

আমি যদি যুক্তৰাষ্ট্ৰৰ নিগ্ৰোসকলক পূৰ্ণভাৱে শিক্ষা-দীক্ষা দিব পাৰোঁ ; যদি আমি কৰ্মসংস্থান, ঘৰ-বাৰী আৰু আন আন ক্ষেত্ৰত জাতিগত বাধাসমূহ

নাইকিয়া কৰি দিব পাৰোঁ, তেনেহলে অকল ধনৰ ক্ষেত্ৰত এই ক্ষতি খুব চহকী হৈ উঠিব। ৰাষ্ট্ৰপতিৰ উপদেষ্টা সমিতিয়ে জনাইছে যে, জাতিগত বিদ্ৰোহৰ ফলত আমাৰ মূল জাতীয় উৎপাদন বৃদ্ধিৰ কাৰণে দেশখনে বছৰি ১৩-১৭ ডলাৰ ভৰিব লগা হৈছে। এই সংখ্যা জাতীয় প্ৰতিৰক্ষাৰ কাৰণে ব্যয় কৰা অৰ্থৰ চাৰিগুণতকৈ অধিক হব। আমাৰ মহাকাশৰ কাৰ্যতালিকাত ব্যয় কৰা অঙ্কৰ তিনিগুণ অধিক হব এই সংখ্যা। অৱশ্যে আমাৰ অৰ্জনৰ এই ক্ষতিৰ কেতবোৰ খৰচ বাদ গৈছে; যেনে, গুৰুতৰ অপৰাধমূলক কাম, অনুন্নত স্বাস্থ্য, গ্ৰামাঞ্চলৰ ক্ষয়-ক্ষতি, পৰ্বতপ্ৰমাণ কল্যাণমূলক কাম, আৰু ভেদনীতিৰপৰা উৎপত্তি হোৱা অসংখ্য খৰচ আদি।

বৃহৎ নিগ্ৰো সমষ্টিৰ কাৰণে গৃহস্বত্বৰ কথাটো প্ৰত্যক্ষভাৱে কৰ্মসংস্থান আৰু শিক্ষাৰ সমস্যাৰ লগত জড়িত হৈ আছে। সৰহভাগ নিগ্ৰোৰে আশু সমস্যা হ'ল, এটা কৰ্মসংস্থান লাভ; যিহৰ যোগেদি খোৱা-পিন্ধা আৰু পৰিয়াল চলাবলৈ পাব প্ৰচুৰ ধন। ৰাইজৰ সা-সুবিধাযুক্ত উত্তম গৃহস্বত্ব আইন থকাটো খুব দৰ্কাৰী। কিন্তু হাস্যৰসিক ডিক গ্ৰেগৰীৰ এশাৰী কথাৰে কবলৈ হলে, "লাঞ্চ কাউণ্টাৰত বহি জেপত একাপ কফীৰ দামো নাথাকিলে সি প্ৰচুৰ থকা বুলি নুবুজায়।"

তথাপিও গৃহস্বত্ব প্ৰসঙ্গটো ন্যায্য বা অৰ্থনৈতিক প্ৰসঙ্গতকৈ বহুত বেছি গুৰুত্বপূৰ্ণ। এইটো নৈতিক প্ৰসঙ্গ। ৰাজনৈতিক দল আৰু ব্যক্তিগত স্বাৰ্থ সম্পৰ্কীয় কথাবোৰ ইয়াৰ মাজেদি প্ৰতিফলিত হয়। ভাবিলে দুখ লাগে যে, জন কেনেডীৰ শাসনকালৰ আগতে নেতৃত্ব পদত থকা কম মানুহে ইয়াক উপৰোক্ত ধৰণে প্ৰতিষ্ঠিত কৰিছিল। ৰাষ্ট্ৰপতি কেনেডীয়ে কৰিছিল, আৰু এনেদৰে দিগুণ জনছনেও তেওঁৰ 'জাতীয় বাৰ্তাত' সেইটো কৰিছে।

ৰাষ্ট্ৰপতি জনছনৰ গৃহস্বত্ব বিষয়ত দৃঢ় নেতৃত্বই বহুতকে আচৰিত কৰি দিছে। বিশেষকৈ যিসকলে তেওঁৰ বিষয়ে পাহৰি গৈছিল। তেওঁলোকে পাহৰিয়ে গৈছিল যে, তেওঁৰ আদৰ্শ আৰু উপদেশ দিওঁতাজন আছিল ফ্ৰেঙ্কলিন ৰুজভেল্ট। তেওঁলোকে পাহৰি গৈছিল যে এসময়ত যেতিয়া তেওঁ দক্ষিণ টেক্সাচত ডেকা স্কুলশিক্ষক হৈ আছিল তেতিয়াই মেক্সিকান আমেৰিকানসকলৰ বিৰুদ্ধে হোৱা বিভেদৰ কুৎসিৎ নিদৰ্শনৰ লগত পৰিচিত হৈছিল আৰু হৈ উঠিছিল বিদ্ৰোহী। তেওঁলোকে পাহৰি গৈছিল যে, ১৯৫৬ চনৰ "চাউডাৰ্ণ মেনিফেষ্টোত" স্বাক্ষৰকাৰীসকলৰ ভিতৰত তেওঁ নাছিল, আৰু তেওঁলোকে ১৯৫৭ আৰু ১৯৬০

চনৰ গৃহস্বত্ব আইনখন বলবৎ কৰাৰ কাৰণে তেওঁক যথোচিত কৃতিত্ব নিদিয়ে, শেহতীয়া বিলখন বাদ দিলে বিগত এশ বছৰৰ ভিতৰত সেই দুখন বিলকে আমি পাইছোঁ।

কনফেডাৰেচিৰ অন্তৰ্ভুক্ত এখন ৰাষ্ট্ৰৰপৰা অহা এজন লোকৰ বাবে এইটো তেনেই সহজ ৰাজনৈতিক কাৰ্য নহয়। কিন্তু যিদৰে মানুহক সিহঁতৰ জাতি আৰু ধৰ্মৰ বাবে বন্ধাধৰা গতত ধৰোঁ সেইদৰে জন্মস্থানৰ কাৰণেও বন্ধা গতত পেলাব বিচাৰোঁ। এই তিনিও বিধৰ ধৰাবন্ধা গতেই ভুল আৰু একেদৰেই বেয়া।

বৰ্তমানে গৃহস্বত্ব সংগ্ৰামত জড়িত কৰি দিয়া ডাঙৰ ডাঙৰ নৈতিক প্ৰসঙ্গবোৰ ১৯৪৮ চনৰ বোৰতকৈ বেলেগ নহয়। মই সেই সময়ত মিনেপলিচৰ মেয়ৰ আৰু ফিলাডেলফিয়াৰ ডেমোক্ৰেটিক নেচনেল কনভেনচনৰ প্ৰতিনিধি আছিলোঁ। তাত মই গৃহস্বত্ব সংশোধনত সমৰ্থন জনাই মঞ্চত যি বক্তৃতাটো দিছিলোঁ সি অথলে যোৱা নাছিল। সেই বছৰতে ডেমোক্ৰেটিক পাৰ্টিয়ে এখন শক্তিশালী গৃহস্বত্ব-বিল উত্থাপন কৰিছিল। সেই বছৰতে হেৰী ট্ৰুমেন, থমাচ ডিৱে, হেনৰী ৱালেক আৰু 'ষ্টেট ৰাইটচ পাৰ্টি' সংগঠক আদিৰ বিৰুদ্ধে বিৰাট সাফল্য লাভ কৰিছিল। ১৯৪৮ চনৰ চৈধ্য জুলাইৰ সেই দিনটোৰ পিছৰপৰা মই প্ৰায় এহেজাৰ বক্তৃতা কৰিছোঁ; কিন্তু এই বক্তৃতাটো মই নিজেই বিশেষ অনুৰাগেৰে মনত পেলাওঁ। তাৰ কিছু অংশ তলত দিয়া হ'ল:

কোনো এটিমাত্ৰ অঞ্চল, একেটি মাত্ৰ সমষ্টি বা এটি জাতি বা ধৰ্মীয় সমষ্টিৰ বিষয়ে ধাৰণা লৈ এই প্ৰস্তাৱ কৰা হোৱা নাই। সকলো ধৰ্ম আৰু সকলো ৰাষ্ট্ৰই আমেৰিকাৰ স্বাধীনতাৰ বহুমূল্যবান ঐতিহ্যৰ অংশীদাৰ। সেই স্বাধীনতাৰ দাবীত সকলো ৰাষ্ট্ৰ আৰু সকলো অঞ্চলৰে কমেও অলপমান অৱদান আছে। সকলো মানুহ সকলো সমষ্টি বিভাজনৰ ফলত ক্ষতিগ্ৰস্ত হৈছে। আমি ডেমোক্ৰেটিক কিন্তু সজ আমেৰিকান স্বৰূপে আমাৰ দায়িত্ব বেছি দৰ্কাৰী বুলি মই ভাবোঁ। ওপৰত উল্লেখিয়াই অহা অঙ্গীকাৰসমূহৰ ওপৰত বিশেষ দৃষ্টি ৰাখিব লাগিব; কাৰণ আমাৰ দেশৰ ভবিষ্যতৰ লগত আমাৰ মানুহৰ জীৱন জড়িত হৈ আছে।

যুক্তৰাষ্ট্ৰৰ জৰুৰী অৱস্থাৰ সময়ত প্ৰত্যেক নাগৰিকৰে মুক্ত পৃথিৱীৰ এজন নেতা স্বৰূপে ডাঙৰ দায়িত্ব আছে। আমি আমাৰ কাম ঠিক মতে কৰি যাবলৈ নৈতিকতাৰ সুস্থিৰ ভিত্তিত নিৰ্ভৰ কৰিব লাগিব। গণতান্ত্ৰিক নীতিৰ দাবীসমূহ আমাৰ নিজৰ দেশৰ প্ৰতিজ্ঞাসমূহতকৈ আন দেশত বেছি কাৰ্যকৰী হব।

এক পৰমপিতাৰ তলত আমি সকলোৱে ভাই ভাই বুলি বিশ্বাস কৰোঁ। গৃহস্বত্বৰ প্ৰতিজ্ঞাসমূহৰ মাজত কোনোৰকম মীমাংসা হব নোৱাৰে। তাত কোনো আৱৰণ থাকিব নোৱাৰে। কোনো কোনোৱে কব খোজে যে, আমি এই গৃহস্বত্বৰ প্ৰস্তাব সম্পৰ্কে বৰ তভাতৈয়া লগাইছোঁ। মই কওঁ, আমি এই বিষয়ত ১৭২ বছৰ পিছ পৰি আছোঁ। আকৌ কোনো কোনোৱে কয় যে, এই গৃহস্বত্ব বা অন্তৰ্বৰ্তী স্বাধীনতা ৰাষ্ট্ৰীয় ক্ষমতাৰ ওপৰত হস্তক্ষেপৰ নামান্তৰ। ডেমোক্ৰেটিক পাৰ্টিৰ কাৰণে এতিয়া উপযুক্ত সময়; তেওঁলোকে ৰাষ্ট্ৰীয় ক্ষমতাৰ ছায়াৰপৰা মুক্ত হৈ মানৱ অধিকাৰৰ উজ্জ্বল সূৰ্যালোকৰ পিনে আগবাঢ়ি যাব লাগে। জনতালৈ কুৰি শতিকাৰ এয়ে মূল আহ্বান। জনতা অৰ্থাৎ সকলো বিশ্বৰ জনতাই আজি নেতৃত্বৰ কাৰণে আমেৰিকালৈহে চাই পঠিয়ায়।

আমাৰ ঐতিহাসিক সা সুবিধাবোৰৰ বিষয়ে শান্তভাৱে ভাবি চাওঁকচান, অতীতৰ কুৎসিৎ নিচা বা অজ্ঞানতাৰ বিষয়ে পাহৰি পেলাওক। যি নিযুত লোকে আমাক ইয়ালৈ পঠিয়াইছে তেওঁলোকৰ কাৰণে আৰু দুই বিলিয়ন মানৱ পৰিয়ালৰ কাৰণে বৰ্তমানে এইদেশ পৃথিৱীৰ ভিতৰতে শ্ৰেষ্ঠতম আশা-ভৰসাৰ স্থল।

সেই আশাৰ পূৰ্ণাবয়ৱ আৰু মহীয়ান ৰূপ দিবলৈ আমি ইয়াৰপৰাই প্ৰস্তুতি চলাব লাগিব। এই দেশৰ সেই মহান প্ৰতিজ্ঞা হ'ল—সকলো মানুহ স্বাধীন আৰু সমান। প্ৰত্যেক মানুহে স্বকীয় স্বাধীনতা মাৰ্জিতভাৱে, সুন্দৰভাৱে ব্যৱহাৰ কৰিব।

তাৰ পিছতো মই এই ভাববোৰকে বেলেগ বেলেগ কথা আৰু শব্দৰ জালেৰে বহুবাৰ ব্যক্ত কৰিছোঁ। অলপতে ১৯৬৪ চনৰ গৃহস্বত্ব চনদৰ ওপৰত সদনত বিতৰ্ক হোৱাৰ সময়তো ইয়াৰ পুনৰুক্তি কৰিছো। কথাবোৰ মই এই ধৰণেৰে কওঁ,—"স্বাধীনতা লাগে? যি কোনো উপায়ে ইয়াৰ দৰ্কাৰ।" মই শুনিছিলোঁ ক্ৰোধোন্মত্ত নিগ্ৰোসকলে, নিযুত লোকৰ হত্যাকাৰী, উৎপীড়ক নাজী জাৰ্মানীৰ লগত আজি যুক্তৰাষ্ট্ৰক তুলনা কৰিছে। এই কথাটো বহু আমেৰিকানৰ কাৰণে ভাবিব নোৱাৰা কথা, আৰু সঁচাকৈয়ে এই তুলনা নাখাটে। স্বাধীনতাৰ যুঁজাৰুসকলে আমাৰ অনুসৃত লক্ষ্য ৰূপায়িত কৰিছে। একেদৰে তেওঁলোকৰ লক্ষ্য ৰূপায়িত কৰিছে গুপ্ত পুলিচ বাহিনীয়ে। আমাৰ ফেডাৰেল চৰকাৰৰ সকলো বাহিনী, আমাৰ আইন, গৰিষ্ঠ সংখ্যক লোকৰ আকাঙ্খা আৰু আমাৰ সমূহীয়া ঐতিহ্য অগ্ৰগতিৰ পথত। কিন্তু নাজী জাৰ্মানীৰ এই গতি ক্ৰমাৱয়ে

তলবপিনে বেয়াৰ কালেহে গৈছিল। বহু নিগ্ৰোৰে ধাৰণা যে তেওঁলোকে বহুদিনৰেপৰা "ক্ৰমান্বয়ে" বোলা মনোভাৱৰ নৰককুণ্ডত পৰি ভুগি আছে। তেওঁলোকৰ দৃষ্টিত উৎপীড়নৰপৰা ক্ৰমান্বয়ে মুক্তিলাভ একমাত্ৰ উত্তৰ হ'ব নোৱাৰে। স্বাধীনতা পাবলৈ অনেক পলম আছে; গতিকে "স্বাধীনতা লাগে" ইয়াক কোনে অস্বীকাৰ কৰিব?

আমি আমাৰ নিগ্ৰো নাগৰিকসকলক অৰ্থাৎ কম সুবিধা প্ৰাপ্ত, বঞ্চিত আৰু অৱহেলিতসকলক নকৈ সক্ৰিয়াই দিয়া উচিত শক্তিশালী উদাৰনীতিবাদ সদায়ে তেওঁলোকৰ পক্ষপাতী। আমাৰ আইন আছে, আৰু আছে বিদ্বেষৰ বিৰুদ্ধে যুঁজিব পৰা অস্ত্ৰ। সেইবোৰ হ'ল শতাধিক মানৱ অধিকাৰৰ শাখা আৰু সমিতি; ব্যক্তিগত বা ৰাজহুৱাভাৱে সেইবোৰ সমস্ত যুক্তৰাষ্ট্ৰতে বিয়পি আছে। সেইবোৰক বৰ্তমানে আৰু বেছি শক্তিশালী আৰু উৎসাহিত কৰাৰ দৰ্কাৰ হৈ পৰিছে। কিন্তু এটাইতকৈ দৰ্কাৰী কথা হ'ল—প্ৰত্যেক মানুহ নিজ নিজ বিশ্বাস লৈ জীয়াই থাকিব আৰু তাক কাৰ্যত ৰূপায়িত কৰোঁতে লাভ কৰিব পঞ্চম বিধ স্বাধীনতাৰ সুযোগ অৰ্থাৎ সকলো মানুহৰ সম্ভ্ৰমৰ প্ৰতি সন্মান প্ৰদৰ্শন।

## ॥ জীৱনৰ আহিলা ॥

আমি বাস কৰা এই যুগত আমেৰিকাই নানান প্ৰস্তাব আৰু সমস্যাৰে ভাৰাক্ৰান্ত হৈ উঠিছে। আমাৰ সকলো নাগৰিকৰ বাবে আমি অন্তৰ্বৰ্তী স্বাধীনতা লাভ কৰিব লাগিব। দাৰিদ্ৰ্যক আমি নিৰ্মূল কৰিম। দেশৰ কেউপিনে আমাৰ অৰ্থনীতিয়ে প্ৰসাৰ লাভ কৰিব লাগিব, কাৰিকৰী শিল্পই ন ন কৰ্মসংস্থান যোগাব; কাকো কৰ্মহীন নকৰে। বৃদ্ধবয়সত লোকে সম্ভ্ৰমপূৰ্ণভাৱে জীৱন নিৰ্বাহ কৰিব পাৰিব। আমি নগৰসমূহ নকৈ গঢ়িম, গাঁও অঞ্চলত নতুনকৈ প্ৰাণসঞ্চাৰ কৰিম। কামৰ মাজত পূৰ্ণ জিৰণি আৰু উপভোগৰ অৱসৰ যোগাব লাগিব। আমি আমাৰ জাতীয় সম্পদ সংৰক্ষণ কৰিম।

আমি এই সমস্যাসমূহ কিদৰে মাতি আনিলোঁ? আমাৰ লক্ষ্য বা ভৱিষ্যত পৰিকল্পনা নাছিল নে? অতীতৰ পঙ্কিলতাক গৰিহণা কৰাটো সহজ, কিন্তু সেইটো কৰাও অৰ্থহীন। কেৱল অভিযোগ আৰু অস্বীকাৰে কোনো কাম নিদিয়ে। আমাৰ লক্ষ্যস্থানত উপনীত হবলৈ দৰ্কাৰ প্ৰত্যক্ষ আলোচনা আৰু বাস্তৱ কাম। তাৰ উপৰি আজিৰ সকালো সমস্যা অতীতৰ ব্যৰ্থতাৰেই প্ৰতিফলন নহয়। সেইবোৰ উন্নতি লাভৰ প্ৰয়োজনীয়তাৰ অভিজ্ঞান। আমি সেইবোৰ সমস্যা বুলি নকৈ, চেলেঞ্জ বা প্ৰত্যাহ্বান বুলি ধৰি লম।

জীৱনৰ বাস্তৱ প্ৰয়োজন আমাৰ জটিল অৰ্থ নৈতিক পদ্ধতিৰ ওপৰত নিৰ্ভৰ কৰিছে। এই পদ্ধতি মাৰ্ক্সে ব্যৱহাৰ কৰা নাছিল; আকৌ বৰ্তমানৰ কমিউনিষ্টদল, হওঁতে খ্ৰুশ্চেভ পন্থী বা মাও-পন্থীয়েও এই পদ্ধতি বুজি নাপালে। তেওঁলোকে কয় যে, আমি নিশ্চয় যুদ্ধৰ আখৰা দিব লাগিব, কাৰণ আমাৰ অৰ্থনীতিয়ে শান্তিপূৰ্ণ অৱস্থাত শ্ৰীবৃদ্ধি কৰিব নোৱাৰে। এইটো তেওঁলোকৰ ভুল কথা। আমি শান্তি বিচাৰোঁ। আমি জানো আমাৰ সুপৰিকল্পিত অৰ্থনীতিয়ে সকলো প্ৰত্যাহ্বানৰ সম্মুখীন হব পাৰিব। তেওঁলোকৰ পদ্ধতিয়ে আমাক সমাধিস্থ কৰিব বুলি যদি ভাবিছে তেন্তে অনন্ত কাললৈ তাৰ অপেক্ষাত ৰব লাগিব। আমেৰিকান অৰ্থ নৈতিক প্ৰজাতন্ত্ৰ, স্বাধীন মানুহে ৰাজনৈতিক গণতন্ত্ৰৰ তলত একগোট হৈ লাভ কৰা অনবদ্য সাফল্যৰ পৰিচয়। স্বাধীনতাৰ প্ৰতিৰক্ষাই হ'ল উন্নতিৰ একমাত্ৰ ঘাই অঙ্গীকাৰ। আমাৰ সময়ৰ ফলাফলে

উনৈশ শতিকাৰ মুকলি বজাবৰ সাফল্য ডাঙৰ কৰি দেখুৱাইছে। ঠিক একেদৰে অৰ্থনৈতিক ক্ষমতাৰ ওপৰত ৰাষ্ট্ৰৰ সৰ্বস্বত্ব অধিকাৰ সাব্যস্ত কৰা কমিউনিষ্ট আদৰ্শকো অচল কৰি তুলিছে। ভৱিষ্যতৰ প্ৰগতিমূলক পদ্ধতিয়ে আমাৰ সম্বল। আনহাতে কমিউনিষ্ট দল হ'ল প্ৰতিক্ৰিয়াশীল।

## ॥ আমাৰ মানৱীয় সম্পদৰ ব্যৱহাৰ ॥

১৯২২ চনত চিন্‌ক্লেয়াৰ লুইছে তেওঁৰ এখন উপন্যাসত এজন বিশেষ আমেৰিকানৰ বিষয়ে আমাৰ ভাষাত শব্দ এটা যোগ দিছিল। সেইজন আছিল আমাৰ চুবুৰীয়া আৰু আমি তেওঁক চিনিছিলোঁ। এতিয়াও তেওঁক জানো। "বাবিট" নামৰ সেই উপন্যাসৰপৰা অলপ অংশ তুলি দিলোঁ :

"ধৰ্মঘটকাৰীসকলে মঙ্গলবাৰে ৰাতিপুৱা শোভাযাত্ৰা হব বুলি ঘোষণা কৰিলে। সেইদিনা ৰাতিপুৱা দহবজাত বাবিটে অফিচৰপৰা পশ্চিমলৈ মটৰগাৰী চলাই গৈছিল, তেতিয়া দেখিছিল এদল লেতেৰা পোছাক পিন্ধা মানুহ কোৰ্টৰ চ'কটো পাৰ হৈ লেতেৰা চহৰখনক লক্ষ্য কৰি আগবাঢ়ি গৈছিল। সিহঁত দুখীয়া আৰু দেখিলে ভয় ভয় ভাব হোৱা বাবেই সি ঘৃণা কৰিছিল সিহঁতক। এলেহুৱাহঁত। আগ্ৰহ থকা হলে সিহঁতে সাধাৰণ বনুৱা হব নোৱাৰিলে-হেঁতেন নে ?" ক্ষুব্ধ হৈ কৈছিল।

কিতাপখনে ভালদৰে দেখুৱাইছে জৰ্জ বাবিট সচৰাচৰ দেখাতকৈ এজন সৎ আৰু মৰমিয়াল ব্যক্তি।

ঠিক এই নিচিনাই আৰু বহুত লোকে দুখীয়া আৰু নিবনুৱাসকলৰ বিষয়ে এনে মন্তব্য দিয়ে। "আগ্ৰহ" এটা গুণ, কিন্তু মানুহৰ কৰ্মসংস্থানৰ ক্ষেত্ৰত ই সিদ্ধান্তমূলক উপাদান নহয়। নিবনুৱাসকল ইচ্ছা কৰিয়ে নিবনুৱা হৈ নাথাকে ; নাইবা দুখীয়াসকলেও ইচ্ছাকৃতভাৱে দুখ জাপি নলয়।

আজি আমাৰ জাতিৰ সমুখত অৰ্থনৈতিক ক্ষেত্ৰত একমাত্ৰ দৰ্কাৰী প্ৰশ্ন— যুক্তৰাষ্ট্ৰই পূৰ্ণাবয়ৱ কৰ্মসংস্থানৰ ব্যৱস্থা আৰু উৎপাদনক্ষমতাৰ পূৰ্ণ ব্যৱহাৰ কৰিব পাৰিব নে নাই ! এই প্ৰশ্নকে ৰাষ্ট্ৰপতি জনছনে দাৰিদ্ৰ্যৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰোঁতে পৰিষ্কাৰভাৱে কৈ দিছে। আচৰিত কথা হ'ল এনে উচ্চহাৰৰ নিবনুৱাৰে অৰ্থাৎ মানৱীয় সম্পদৰ অপচয় কৰি থকা অধিক ক্ষমতাসম্পন্ন জাতিৰ ভিতৰত আমিয়ে একমাত্ৰ। এই জাতিটো মুকলি উদ্যমৰ মাজুলি হৈ আৰু আনহাতে বিশ্ব ধনতন্ত্ৰবাদৰ কেন্দ্ৰ হোৱা সত্বেও শতকৰা ৫ ভাগ কৰ্মশক্তিৰ

অপব্যয় আৰু প্ৰায় শতকৰা ১৮ ভাগতকৈও সৰহ পৰিকল্পিত শক্তিৰ অপব্যৱহাৰ সহ্য কৰি গৈছে। এইটো সঁচাকৈ আচৰিত। কিয়নো আমাৰ সামগ্ৰিক অৰ্থ নৈতিক শক্তি অভাবনীয়ভাৱে চকুত লগা।

১৯৬১ চনৰ আগভাগত, ৰাষ্ট্ৰপতি কেনেডীয়ে যেতিয়া অফিচলৈ আহে, তেতিয়াই বিগত সাত বছৰৰ ভিতৰত আমেৰিকাৰ অৰ্থনৈতিক মন্দাৰ দিন আহিছিল। তেতিয়া শতকৰা প্ৰায় ৬ ভাগ শ্ৰমিকশক্তি নিবনুৱা আছিল। শতকৰা ২০ ভাগৰো অধিক উৎপাদনক্ষমতা অকৰ্মণ্য হৈ পৰি আছিল। মূল অৰ্থনৈতিক উৎপাদনৰ বাহিৰেও প্ৰকৃত উৎপাদন আছিল ৫০ বিলিয়ন ডলাৰ, এই অৰ্থ নৈতিক মন্দা কেৱল যে অৱশ্যম্ভাবী আছিল, তেনে নহয়। সেই সময়ত ই এটা নিয়মত পৰিণত হৈছিল।

তেতিয়াৰপৰাই যুক্তৰাষ্ট্ৰৰ অৰ্থনৈতিক কাৰ্যক্ৰম দ্ৰুত গতিৰে উধাইছে। মূল জাতীয় উৎপাদন ১০০ বিলিয়ন ডলাৰ, অৰ্থাৎ শতকৰা যোল ভাগ হৈছে, শিল্পৰ উৎপাদন শতকৰা ২৩ ভাগ বৃদ্ধি হৈছে। কৰ বহুৱাৰ আগতে সমূহীয়া আয় হৈছিল ১৭ বিলিয়ন ডলাৰ অৰ্থাৎ শতকৰা ৪৪ ভাগ। ১৯৬৩ চনত প্ৰত্যেক পামতে মূল আয় প্ৰায় ৩৭৫ ডলাৰ অৰ্থাৎ শতকৰা ১২ ভাগ বৃদ্ধি হৈছিল। কৰ বহুৱাৰ পৰৱৰ্তী সময়ত আমেৰিকানসকলৰ মুঠ আয় ৫৬ বিলিয়ন ডলাৰ অৰ্থাৎ শতকৰা ১৫ ভাগ হৈছিল। প্ৰত্যেক পৰিয়ালতে খৰচৰ মাত্ৰা ৬০০ ডলাৰৰো অধিক অৰ্থাৎ শতকৰা ৮ ভাগ বৃদ্ধি হৈছিল।

এইটো শান্তিপূৰ্ণ অৱস্থাত মুঠ উৎপাদনৰ এক অতুলনীয় শ্ৰীবৃদ্ধিৰ লক্ষণ কিন্তু তথাপিও........

চাৰি নিযুতকৈ অধিক বনুৱাই কাম পোৱা নাছিল। ছবছৰতকৈও অধিক কালৰ ভিতৰত নিবনুৱাৰ সংখ্যা শতকৰা ৫ ভাগতকৈ কম হোৱা নাছিল। আমাৰ শ্ৰমিক শক্তি আগন্তুক শতিকাত দ্ৰুতগতিত বৃদ্ধি পাব।

আমাৰ এক পঞ্চমাংশ নাগৰিক অৰ্থাৎ ৩৬ নিযুত আমেৰিকানে দাৰিদ্ৰ্যৰ মাজত সাধাৰণ মানদণ্ডৰো নিম্নতম পৰিবেশত ব্যৰ্থ আশা লৈ বাস কৰে। দোষটো বাৰিটৰ "আগ্ৰহ"ৰ অভাৱত নহয়; বৰং আমাৰ দেশৰ অন্য চাৰি পঞ্চমাংশই ভোগ কৰি থকা শিক্ষা, স্বাস্থ্য, দক্ষতা, চাকৰি, সমাজ আৰু সম্পদযুক্ত অঞ্চলৰ অভাৱতহে। পৰিষ্কাৰভাৱে কবলৈ হলে আমাৰ বহুতো কৰ্তব্যকাম এতিয়াও অসম্পূৰ্ণ হৈ আছে।

১৯৬৪ চনৰ আদিতে কৰৰ হ্ৰাসীকৰণ অৰ্থনৈতিক প্ৰসাৰৰ এটা প্ৰধান

উপায় স্বৰূপে গৃহীত হৈছিল। মানৱীয় সম্পদৰ অসহনীয় অপব্যয় বন্ধ কৰিবলৈ হ'লে সেইটো অতীব দৰ্কাৰী আছিল। এই কৰৰ হ্ৰাসকৰণে মন্দাৰপৰা ৰক্ষা কৰাত আমাক সহায় কৰিছিল। নহলে ক্ষয়প্ৰাপ্ত উৎপাদনত অতি কমেও ২৫ বিলিয়ন ডলাৰ খৰচ পৰিলহেঁতেন। লগতে হয়তো আৰু উপৰুৱা ২ নিযুত লোক নিবনুৱা হ'লহেঁতেন। তাৰ অৰ্থ, আমাৰ অৰ্থনৈতিক লক্ষ্যৰ যাত্ৰাত ভীষণ আঘাত লাগিলহেঁতেন।

কৰৰ বিলখনৰ মূল কথা আছিল ১৯৬৪ চনত ব্যক্তিগত আয়কৰৰ সংগ্ৰহ ৮৮ বিলিয়ন ডলাৰ আৰু সমূহীয়া কৰ ১৫ বিলিয়ন ডলাৰ হ্ৰাস কৰা। এই হ্ৰাসকৰণৰ ফলত চাকৰি বৃদ্ধি, উৎপাদন বৃদ্ধি, আৰু ধন খটুৱাত বহুত বেছি সুবিধা হৈছে।

কিছুমানে কয় যে চৰকাৰৰ দক্ষতা আৰু অৰ্থনৈতিক মিতব্যয়িতা একালে, আনফালে প্ৰয়োজনীয় বস্তুৰ ক্ষেত্ৰত বৃহৎ খৰচ আৰু ঋণ। এই দুটাৰ মাজত এটা পথ বাছি লব লাগিব। তেওঁলোকে আৰু কয় যে, এটা স্বচ্ছল প্ৰতিৰক্ষাৰ বিধান অথবা সকলো মানুহৰ স্বাস্থ্য, শিক্ষা-দীক্ষা, কল্যাণকামী উন্নত মানদণ্ডৰ ব্যৱস্থা—এই দুটাৰ মাজত এটা বাছি লব লাগিব।

মই ভাবোঁ, এতিয়াৰপৰা ৰাষ্ট্ৰপতি জনছনে আৰু তেওঁৰ শাসনে দেখুৱাই দিব যে নীতিপূৰ্ণ পৰিকল্পনাৰ যোগেদি এইবোৰ কঠোৰ, অপ্ৰীতিকৰ অভিলাষ এৰাব পৰা যাব। স্বাস্থ্য, শিক্ষা-দীক্ষা, মানৱীয় শক্তিৰ প্ৰশিক্ষণ, গ্ৰামাঞ্চলৰ উন্নয়ন আৰু ৰাজহুৱা গৃহব্যৱস্থা ইত্যাদি বিষয়ৰ মূল কাৰ্যক্ৰম প্ৰয়োজনীয়তা সমূহৰ প্ৰসাৰ কৰিয়ে আমি প্ৰতিৰক্ষাৰ পূৰ্ণভাৱে সাধন কৰিব পাৰিম!

নিবনুৱা মানুহৰ কাৰণে প্ৰচুৰ কৰ্মসংস্থানৰ পৰিকল্পনা আমাৰ আগত এটা ডাঙৰ কৰ্তব্য হৈ থিয় দি আছে। উদাহৰণ স্বৰূপে, যুক্তৰাষ্ট্ৰই প্ৰত্যেক মাহতে ৩০০,০০০ নতুন চাকৰিৰ সৃষ্টি কৰিব লাগিব, তেতিয়াহে শ্ৰমিক শ্ৰেণী আৰু পুৰণি কৰ্মী যিবোৰ স্বয়ংক্ৰিয় যন্ত্ৰৰ উদ্ভাৱনাৰ ফলত কাম হেৰুৱাইছে, তেওঁলোকক কামত নিয়োগ কৰিব পৰা যাব। ১৯৭০ চনত আমি ৩৫ নিযুত নতুন চাকৰিৰ সৃষ্টি কৰিবই লাগিব।

কাৰিকৰী উন্নতিয়েই আমাৰ অৰ্থনীতি আৰু কৰ্মসংস্থানৰ দ্ৰুত পৰিবৰ্তনৰ প্ৰধান কাৰণ। বিগত শতিকাত আমেৰিকাৰ কৃষিৰ ক্ষেত্ৰত যি পৰিবৰ্তন সেয়ে হৈছে আমাক বৰ্তমান প্ৰত্যাহ্বানৰ এটি আভাস দিছে। ১৮৭০ চনত এজন পামুৱৈয়ে উৎপাদন কৰা আহাৰ চাৰে-পাঁচজন লোকৰ বাবে যথেষ্ট হৈছিল।

১৯৪০ চনত এজন পামুৱৈয়ে চাৰে-দহজন লোকৰ বাবে প্ৰচুৰ আহাৰ উৎপাদন কৰিছিল। আৰু এতিয়া এজনে ২৭ জনৰ খাদ্য উৎপাদন কৰে।

এই কাৰিকৰী পৰিৱৰ্তনৰ ফলাফল ভাল বেয়া উভয়ে হৈছে। ১৯৪০ চনত যিমান খৰচ পৰিছিল এতিয়া আমাৰ দৰ্কাৰী আহাৰখিনি উৎপাদন কৰিবলৈ তাতকৈ ভালেখিনি কম খৰচ লাগে। কিন্তু এতিয়া ২০০,০০০ হেজাৰতকৈও অধিক মতাতিৰোতাই কামৰ অভাৱত প্ৰতিবছৰে পাম এৰিব লাগিছে। কৃষিবনুৱা আমাৰ জনতাৰ শতকৰা ৮ ভাগহে হব। যোৱা তিনি বছৰত পামৰ আয় উল্লেখনীয়ভাৱে বৃদ্ধি পাইছে। আনহাতে কৃষিৰ গড় আয় মাত্ৰ শতকৰা ষাঠি ভাগ।

এইবোৰ আৰু ইয়াৰ লগৰ আন আন সমস্যাৰ সমাধানৰ পথস্বৰূপে ১৯৬৪ চনৰ আদিতে মই স্বয়ংক্ৰিয় শিল্প, কাৰিকৰী শিল্প আৰু কৰ্মসংস্থানৰ ওপৰত কমিছন বহুৱাবৰ কাৰণে আইন উত্থাপন কৰিছিলোঁ। এইটো সেই সময়তে জনছনে দিয়া ৰাষ্ট্ৰীয় বাৰ্তাৰ বহুতো প্ৰস্তাৱৰ সৈতে মিলে। অদূৰ ভবিষ্যতত স্বয়ংক্ৰিয় শিল্প আৰু কাৰিকৰী শিল্পৰ ফলত আমাৰ সমাজত আৰু বৃহৎ প্ৰতিক্ৰিয়াৰ সৃষ্টি হব। ৰাষ্ট্ৰপতিৰ কথাৰে, "এইবোৰ যন্ত্ৰ গঢ়িবলৈ আমাৰ মস্তিষ্কৰ শক্তি থাকিল, সেই শক্তিও থকা দৰ্কাৰ, যাৰদ্বাৰা সেইবোৰ মানৱসমাজৰ ধ্বংসস্বৰূপ নহৈ আশীৰ্বাদস্বৰূপহে কৰি তুলিব পাৰোঁ।"

আইনখন নিম্নোক্ত ধৰণে উত্থাপন কৰা হৈছিল :

(১) সেনাবাহিনী আৰু মহাকাশৰ গবেষণাত অৰ্জা বৈজ্ঞানিক জ্ঞান আমি সাধাৰণৰ ব্যৱহাৰ্য বস্তু নিৰ্মাণত কিদৰে ব্যৱহাৰ কৰোঁ সেই বিষয়ে এটা সিদ্ধান্ত কৰি লব লাগিব। সমস্ত নতুন শিল্পোদ্যোগ এই ধৰণে সৃষ্টি কৰিব পাৰি।

(২) সেনাবাহিনীৰ সংখ্যা, ইউৰেনিয়াম উৎপাদন পদ্ধতিৰ হ্ৰাস আৰু পৰিত্যক্ত ঘাটি বন্ধ কৰি দিয়াটো প্ৰতিৰক্ষাৰ প্ৰয়োজনৰ কাৰণে দৰ্কাৰী হৈ উঠিছে। কিন্তু অস্ত্ৰ হ্ৰাসত সমৰ্থন জনোৱা নহয়, তেতিয়াহলে নিবনুৱাৰ সংখ্যা বাঢ়িব নাইবা মূল জাতীয় উৎপাদন হ্ৰাস পাই যাব।

(৩) চৰকাৰী গবেষণাগাৰত বৃহৎ সমস্যাবোৰৰ কাৰণে এটি সম্পূৰ্ণ নতুন পদ্ধতিমূলক অগ্ৰসৰ নীতি উদ্ভাৱন কৰা হৈছে। ই উচ্চস্তৰৰ বিশেষজ্ঞ লোক-সকলৰ মাজত সহযোগৰ ভাব জগাব। জাতিৰ প্ৰধান সমস্যাবোৰত আমি শ্ৰেষ্ঠলোকৰ পাৰদৰ্শিতা আৰু প্ৰয়োগবিধিৰ সহায় বিচাৰিব লাগিব। বিশেষকৈ আঞ্চলিক উন্নয়ন, নগৰ পৰিকল্পনা, পৰিবহন, বায়ু আৰু পানীৰ

বিশুদ্ধতা ৰক্ষা আৰু আন বহুতো সমস্যাতে ভেওঁলোকৰ সহায় দৰ্কাৰ হব। ডাঙৰ নগৰলৈ জনতা চলাচল কৰাৰ ফলত আমেৰিকাৰ সীমামূৰীয়া ঠাইত মানুহ জমা হোৱাটো অৱশ্যম্ভাবী আৰু ইপিনে আমেৰিকাৰ মধ্যাঞ্চল জনশূন্য হৈ পৰিব বুলি ভবাৰ অৰ্থ নাই।

মই ভাবোঁ, এনে এটি কমিছনে দেখুৱাব পাৰিব আঞ্চলিক কাৰ্যকৰী পৰিকল্পনা হাতত লবলৈ আমাৰ প্ৰচুৰ জ্ঞান আছে। দেশৰ সকলো ঠাইতে অৰ্থনৈতিক ক্ষমতাৰ ঘাটি ভাঙি দিবলৈ নাইবা ক্ষুদ্ৰ বা মজলীয়া সামূহিক জীৱনধাৰণৰ গুণবাজি সংৰক্ষণ কৰিবলৈ আৰু আমাৰ জাতিৰ আঞ্চলিক ক্ষমতাৰ পৰিমাণ ঠিক ৰাখিবলৈ আমাৰ প্ৰচুৰ জ্ঞান আছে।

মই মিচিগানৰ চিনেটৰ হাৰ্টৈৰৰ সৈতে প্ৰস্তুত কৰা এই বিস্তৃত বিলখনত মোৰ সতীৰ্থসকলে পূৰ্বৰ বহুতো বিলত উত্থাপন কৰা প্ৰস্তাৱ সন্নিহিত হৈছে। আমাৰ সমস্যাসমূহ সমাধানৰ ক্ষমতা আইন শাখা বা কংগ্ৰেছৰ হাতত সম্পূৰ্ণ-ৰূপে নাই। ৰাষ্ট্ৰীয় আৰু প্ৰাদেশিক চৰকাৰ বা শ্ৰম আৰু পৰিচালনা একগোট হৈ সমস্যা সমাধানত লাগিব পাৰে আৰু মানুহৰ প্ৰয়োজনৰ তাগিদালৈ লক্ষ্য ৰাখিব পাৰে। সমাজৰ এই অংশবোৰে কৰিব পৰা কামকে কমিছনে সমৰ্থন কৰিব আৰু কেনেদৰে কামটো ঠিকভাৱে কৰিব পাৰি তাক বুজাই দিব।

বিজ্ঞান, কাৰিকৰী, শিল্প, অৰ্থনীতি, ৰাজনৈতিক বিজ্ঞান, কাৰ্যক্ৰমৰ বিশ্লেষণ প্ৰভৃতি বিষয়ত বিশেষ ধৰণৰ অভিজ্ঞতা থকা লোকেৰে এখন উপদেষ্টা সমিতি পাতিবলৈ কমিছনক অনুমোদন দিয়া হব। ইয়াৰ ফলত সেইবোৰ জ্ঞানবৃদ্ধিৰ সুযোগ ওলাব। প্ৰতিৰক্ষাৰ প্ৰধান ঠিকাদাৰসকলক বৰ্তমানৰ প্ৰতিৰক্ষা ঠিকা আৰু খৰচ পৰিৱৰ্তন বা বহুমুখী পৰিকল্পনা লোৱাত ই সাহায্য কৰিব।

আইনখনৰ আন কেতবোৰ মুখ্য উদ্দেশ্য হ'ল এই :

(১) ডাঙৰ ধৰণৰ সম্ভাৱনাপূৰ্ণ কাৰিকৰী আৰু অৰ্থনৈতিক পৰিৱৰ্তনসমূহ নিৰ্ণয় কৰিব। লগে লগে কৰ্মসংস্থানৰ প্ৰয়োজনীয়তাৰ ওপৰত তাৰ কেনে প্ৰভাৱ সেইটো বুজাত সহায় কৰিব।

(২) প্ৰতিৰক্ষাৰ খৰচ হ্ৰাস বা পৰিৱৰ্তনৰ ফলত অৰ্থনৈতিক তাৰতম্যৰ ক্ষেত্ৰত যথোপযুক্ত নীতিৰ বিষয়ে ই সমাধান দিব।

(৩) কাৰিকৰী শিল্পৰ পৰিৱৰ্তনৰ গতিৰ বিষয়ে ই জানিবলৈ সুযোগ দিব, লগতে বিশেষ সমষ্টি বা বহুবাৰ গোটৰ ওপৰত উৎপাদনৰ ক্ষমতাৰ প্ৰভাৱ

আৰু অৰ্থনীতি, সমাজ, পৰিয়াল, সামাজিক কাঠামো আৰু মানৱীয় মূল্যৰ ওপৰত ইয়াৰ ক্ৰিয়া দেখুৱাই দিব।

(৪) সাধাৰণ তৰপৰ নিবনুৱা আৰু কাৰিকৰী উন্নতিৰ ফলত হোৱা নিবনুৱাৰ মাজৰ সাদৃশ্যটো ই নিৰ্ধাৰিত কৰি দিব। আকৌ স্বয়ংক্ৰিয় শিল্প আৰু অন্যান্য ধৰণৰ অৰ্থনৈতিক পৰিবৰ্তনৰ ফলত বিতাড়িত হোৱা বনুৱাৰ পুনৰ দ্ৰুত কৰ্মসংস্থান লাভৰ উত্তম উপায় ই নিৰ্দিষ্ট কৰি দিব।

(৫) বিশেষকৈ গবেষণা আৰু উন্নয়নমূলক অ'াচনিৰ ফলত উদ্ভৱ হোৱা শেহতীয়া কাৰিকৰী উন্নতি এই কমিছনে নিৰীক্ষণ কৰিব, যেন নতুন কামৰ বাবে উপযুক্ত বস্তু বিচাৰি উলিয়াব পৰা হয়। চমুকৈ, এই কমিছন আমাৰ মস্তিষ্কৰ শক্তিৰ চালক স্বৰূপ হব।

কাৰিকৰী পৰিবৰ্তনত আমাৰ অৰ্থনৈতিক প্ৰসাৰণৰ বছেৰেকীয়া নিৰিখৰ প্ৰায় আধা টকা ব্যয় হৈছে। লগতে আমাৰ অৰ্থনীতিৰ আয়ৰ ধৰণ সম্পূৰ্ণ ঘূৰাই দিছে। তিনি শতিকা আগতে যি আছিল তাৰ তুলনাত এতিয়া আমাৰ কৃষি উৎপাদন মূল জাতীয় উৎপাদনৰ আধা হৈছে। আমাৰ বনুৱা শক্তিৰ সংগঠন আৰু ভাবাভাব ঘূৰিছে। সমস্ত আঞ্চলিক অৰ্থনীতিয়ে সাংঘাতিক ভাৱে লৰি উঠিছে। বহুতো অঞ্চল আছে যিবোৰ কাৰিকৰী পৰিবৰ্তনে স্পৰ্শ কৰা নাই। তাত এতিয়াও মানুহে প্ৰাকৃতিক সম্পদৰ ওপৰতে নিৰ্ভৰ কৰি আছে, অৰ্থাৎ তেওঁলোক এই পৰিবৰ্তনত বৰ ইচ্ছুক নহয়, কাৰণ ইয়াত কৰ্মী লাগে কম। যুক্তৰাষ্ট্ৰৰ যিকোনো অঞ্চলৰ সমৃদ্ধি এতিয়া আৰু খনি, পথাৰ বা বননিৰ প্ৰচুৰ সম্পদৰ লগত জড়িত নহয়। জ্ঞান মানৱীয় সম্পদ আৰু সেই জ্ঞান খুব বেছি ৰকমে বিচৰণশীল, ভঙ্গুৰ। যি অঞ্চলত যান্ত্ৰিক দক্ষতা সৰহ সেই অঞ্চলেই শ্ৰীবৃদ্ধি লাভ কৰে বেছি।

যদি আমি এই তত্ব ধৰি লওঁ যে, অৰ্থনৈতিক ক্ষমতা কাৰিকৰী বিদ্যাৰ ওপৰত নিৰ্ভৰ কৰে, তেন্তে অন্যদেশৰ লগত আমাৰ কাৰিকৰী প্ৰচেষ্টাৰ নিৰিখ আৰু গতি তুলনা কৰা টান হৈ পৰে। উদাহৰণস্বৰূপে (যুক্তৰাষ্ট্ৰক ধৰি) পশ্চিম ইউৰোপৰ দেশসমূহে খুব কম জাতীয় উৎপাদনেৰে এটা 'কাৰিকৰী প্ৰচেষ্টা' ৰক্ষা কৰিছে, যিহৰদ্বাৰা ব্যক্তিগত উদ্যোগ যুক্তৰাষ্ট্ৰৰ প্ৰায় সমান ভাণ্ডৰ কৰি তুলিছে।

তাৰ উপৰিও এই প্ৰচেষ্টা আগবঢ়াই নি আছে। ফ্ৰান্স, জাৰ্মানী আৰু ইংলণ্ডত প্ৰত্যেক তিনি বছৰৰপৰা চাৰি বছৰৰ ভিতৰত মহাকাশ আৰু সেনা

বাহিনীৰ কাৰিকৰী প্ৰচেষ্টা দুগুণ বৃদ্ধি কৰিছে। অহা চাৰি বছৰৰ ভিতৰত ফ্ৰান্সৰ গৱেষণা আৰু উন্নয়ন প্ৰচেষ্টা আৰু দুগুণ বৃদ্ধি পাব বুলি আশা কৰা যায়। তেতিয়া হলে তাৰ জাতীয় উৎপাদন শতকৰা হিচাপে যুক্তৰাষ্ট্ৰৰ গৱেষণা আৰু উন্নয়নমূলক প্ৰচেষ্টাক অতিক্ৰম কৰি যাব। তাৰ বিপৰীতে, আমাৰ নিজা বৃদ্ধিৰ হাৰ বছৰে শতকৰা হিচাপত অতি কম। প্ৰকৃততে আমাৰ নিম্নগতিৰে বৃদ্ধি পাইছে। ইটালী, বেলজিয়াম, নেদাৰলেণ্ড, নৰৱে আৰু চুইদেনত সৰ্বমুঠ গৱেষণা আৰু উন্নয়নমূলক প্ৰচেষ্টাৰ ভিতৰত সাধাৰণ গৱেষণা আৰু উন্নয়ন শতকৰা ১০০ হৈছে। পশ্চিম জাৰ্মানীৰ বৃহৎ গৱেষণা আৰু উন্নয়ন আঁচনি আছে, ১৯৫৯ চনত ইয়াৰ খৰচৰ বাবে ৬৯০ নিযুত ডলাৰ নিৰ্ধাৰিত কৰিছিল। পশ্চিম জাৰ্মানীৰ সৰ্বমুঠ গৱেষণা আৰু উন্নয়ন প্ৰচেষ্টাৰ শতকৰা ৯৫ হিচাপে পৰিছিল, যিদৰে যুক্তৰাজ্যত গৱেষণা আৰু উন্নয়নমূলক আঁচনিৰ আধা সৰ্বসাধাৰণৰ অৰ্থে কৰা হৈছে। সেইদৰে ফ্ৰান্সৰো দুই তৃতীয়াংশ সৰ্বসাধাৰণৰ উপযোগীকৈ ৰূপ দিয়া হৈছিল।

তাৰ বিপৰীতে একে বছৰতে আমাৰ সৰ্বসাধাৰণৰ উপযোগী গৱেষণা আৰু উন্নয়ন আমাৰ মূল গৱেষণা উন্নয়ন আঁচনিৰ এক-তৃতীয়াংশহে হৈছিল।

ইউৰোপ ( আৰু জাপানতো ) কাৰিকৰী শিল্পোদ্যোগত বিশেষ জোৰ দিয়া হৈছে আৰু ইয়াৰ অৰ্থনৈতিক উন্নতি দ্ৰুত গতিত আগবাঢ়িছে। এই দুই ঠাইৰ উন্নয়নে যুক্তৰাষ্ট্ৰৰ দুটা বৃহৎ সমস্যাৰ লগত প্ৰত্যক্ষভাৱে জড়িত। এটা হ'ল, বিশ্বমেলাত আমি কঠিন প্ৰতিযোগিতাৰ সন্মুখীন হৈছোঁ; আনটো হ'ল, আন্তৰ্জাতিক বিত্তীয় দানত আমাৰ ভাৰসাম্য ক্ৰমান্বয়ে বেয়াৰ ফালে চাল লৈছে।

আমি বহুদিনৰেপৰা এই আশা ৰাখিছিলোঁ যে, আমাৰ উন্নত কাৰিকৰী শিল্প আৰু ঘৰুৱা বজাৰে আন্তৰ্জাতিক প্ৰতিযোগিতাত আমাৰ গা সকৰাব। এইবোৰ সা-সুবিধাই বাহিৰত শ্ৰমিক খৰচ কমাই দিয়ে, কিন্তু উন্নত কাৰিকৰী শিল্প আৰু সমূহীয়া বজাৰৰ মিলিত অৰ্থনৈতিক শক্তিয়ে আমাৰ অতীতৰ কেতবোৰ ধাৰণা লাহে লাহে ভাগি দিছে। আনফালে ইউৰোপীয় শ্ৰমিকৰ দুৰ্মূল্যতাই আমাক প্ৰতিযোগিতাত ভাল স্থান কৰি দিছে।

আমি ৰপ্তানী বৃদ্ধি কৰিব লাগিব। আমি কেৱল আমেৰিকান উৎপাদনৰ কাৰণেই বিশ্ব মেলাত আমাৰ অংশ হেৰুৱাইছোঁ। অতীততো আমি ৰপ্তানী বিষয়ত আগ্ৰহী নাছিলোঁ। প্ৰায় দুশ বছৰ জুৰি আমি যেন অৰ্থনৈতিক

মধুচন্দ্রিকাহে উদ্‌যাপন কৰিছিলোঁ। কাৰণ ইমানদিনে বৰ্ধিত গতিৰ জনসংখ্যাৰ দাবী আমাৰ বৰ্ধিত উৎপাদনক্ষমতাৰে পূৰ্ণ কৰা হৈছিল। এটা অৰ্থত আমি লাগতিয়াল উৎপাদনৰ এক বৃহৎ অংশ গুদামত জমা কৰি ৰাখো। আৰু তাৰ বিক্ৰীৰ কাৰণে আমি বিদেশী গ্ৰাহকৰ অপেক্ষাত ৰওঁ।

আমাৰ উৎপাদনক্ষমতা আমাৰ ঘৰুৱা অধিগ্ৰহণ ক্ষমতাতকৈ এতিয়াও আগবাঢ়ি আছে। কিন্তু যিটো গৌৰৱৰ বিষয় হব লাগিছিল সিয়েই এতিয়া লজ্জাজনক হৈছে। কৃষি উৎপাদনত আমাৰ বৃহৎ সাফল্য হৈছে সঁচা, কিন্তু আমাৰ অতিৰিক্ত আহাৰ খাদ্য ভঁড়ালত সাঁচি ৰখাত আমি লজ্জিত হৈ পৰিছোঁ। আমি বৃহৎ বৃহৎ কাৰখানা নিৰ্মাণ কৰিছোঁ। বৰ্তমানে তাৰ প্ৰায় এশটা অকৰ্মণ্য হৈ আছে।

আমাৰ ৰপ্তানী বৃদ্ধি কৰিব পাৰিলে এই সমস্যাৰ সমাধান হব। এতিয়া মূল জাতীয় উৎপাদনৰ শতকৰা মাত্ৰ ৪ অংশহে ৰপ্তানী কৰা হৈছে। ইউৰোপৰ ছয়খন দেশে সমূহীয়া বজাৰৰপৰা শতকৰা ১২ ভাগ ৰপ্তানী কৰে, অৰ্থাৎ আমাতকৈ ৩ গুণ বেছি। আন আন দেশে ইয়াতকৈও সৰহ ৰপ্তানী কৰে।

আমিয়েই পৃথিৱীৰ ভিতৰত উৎকৃষ্ট বিক্ৰেতা। এই বিক্ৰয় ক্ষমতা যদি বিদেশৰ বজাৰত খটুৱাওঁ, তেনেহলে আৰু ভাল হব। ফেডাৰেল চৰকাৰে ৰপ্তানী বৃদ্ধিৰ কাৰণে উৎসাহ দিবলৈ আগবাঢ়িছে। ১৯৬২ চনত কংগ্ৰেছৰদ্বাৰা অনুমোদিত বাণিজ্য কাৰ্যসূচী মতে ৰাষ্ট্ৰপতিক ৰপ্তানীৰ পৰিবেশ গঢ়ি তুলিবলৈ অধিকাৰ দিছে। নতুন কৰ নিৰ্ধাৰণে উদ্যোগসমূহত নতুন নতুন যন্ত্ৰপাতি খটুৱাত সাহায্য কৰিব। উৎপাদিত বস্তুসমূহ বিদেশৰ বজাৰৰ কাৰণে উপযোগী কৰিবলৈ ইয়াৰ প্ৰয়োজন আছে। "একছ্‌পোৰ্ট ইমপোৰ্ট বেঙ্ক" আৰু "ফৰেইন ক্ৰেডিট ইনচুৰেঞ্চ কৰ্পোৰেচনৰ" যোগেদি আমি ঋণ বঢ়াবলৈ যত্ন লৈছোঁ, আৰু বাণিজ্যিক বা ৰাজনৈতিক দায়িত্ব বহন কৰিবলৈ একছ্‌পোৰ্ট ইনচুৰেঞ্চৰ ব্যৱস্থা কৰিছোঁ। এইবোৰ কৰাৰ কাৰণ হ'ল, যেন আমেৰিকান ব্যৱসায়ীসকলে বিদেশী ৰপ্তানীকাৰীসকলৰ লগত প্ৰতিযোগিতা কৰিব পাৰে। চৰকাৰৰ বাণিজ্যিক বিভাগে আমাৰ উৎপাদিত বস্তুসমূহ বাহিৰলৈ পঠোৱাৰ বাবে অধিক যত্ন লৈছে। সেই অৰ্থে "নেচনেল এক্সপোৰ্ট এক্সপান্সন কাউন্সিল" গঠন কৰা হৈছে আৰু বাণিজ্য বিষয়ৰ দল কেউফালে পঠোৱাৰ বাহিৰেও বাণিজ্য-মেলা বা বাণিজ্য-কেন্দ্ৰত যোগদানৰ ব্যৱস্থা কৰা হৈছে। কিন্তু আমাৰ ৰপ্তানীৰ মূল

কাম, অৰ্থাৎ উৎপাদন বিক্ৰীৰ বিষয়টো আমাৰ ব্যক্তিগত ব্যৱসায়ৰ যোগেদি সমাধা কৰিব লাগিব।

আমাৰ অতীতৰ অৰ্থনৈতিক সাফল্য বহু পৰিমাণে নিৰ্ভৰ কৰিছিল, পৰিৱৰ্ত্তনৰ তাগিদা বুজি আমি খোজ মিলাই যাব পৰা বাবে। আমাৰ ৰপ্তানী বৃদ্ধি কৰিবলৈ হলে এহাতে উৎপাদনৰ মান উন্নত কৰিব লাগিব, আৰু আনহাতে বস্তুৰ প্ৰত্যক্ষ আৰু পৰোক্ষ উৎপাদন খৰচ কমাব লাগিব।

এইবোৰ কৰিবলৈ হ'লে মূলতে আমাৰ অৰ্থনীতিৰ কাৰিকৰী ভেঁটিটো বহলাব লাগিব।

গবেষণা আৰু উন্নয়নৰ যোগেদি প্ৰধানকৈ এইটো আমি কৰিব পাৰিম। বৰ্ত্তমানে আমাৰ প্ৰভূত গবেষণা আৰু উন্নয়নকাৰ্য চলিছে। যোৱা কুৰি বছৰৰ ভিতৰত এই বিষয়ত আমাৰ খৰচ বছৰি ৫০০ নিযুত ডলাৰৰপৰা ১৬ বিলিয়ন ডলাৰলৈ উঠিছিল।

এই প্ৰভূত জাতীয় কাৰিকৰী প্ৰচেষ্টাৰ তিনি ভাগেই প্ৰতিৰক্ষা কামত মহাকাশ, পাৰমাণবিক শক্তি, আৰু জনস্বাস্থ্য আদি বিভাগত ব্যয় কৰা হয়। সন্দেহ নাই এই সকলোবোৰেই জাতীয় লক্ষ্যৰ মূল কথা। কিন্তু সৰ্বসাধাৰণৰ অৰ্থনৈতিক উন্নতিৰ লক্ষ্যত সেইবোৰ খটুৱা হোৱা নাই।

বছৰি প্ৰায় ৪ বিলিয়ন ডলাৰ শিল্প গবেষণাত ব্যয় কৰা হয়; আৰু তাৰ পৰাই কেৱল ১'৫ বিলিয়ন ডলাৰ উৎপাদন বৃদ্ধিৰ কাৰণে ব্যয় কৰা হয়। যোৱা কেই বছৰৰ ভিতৰত শিল্পোদ্যোগৰ-পৃষ্ঠপোষকতাত গবেষণা বাঢ়িছে যদিও তাৰ গতি চৰকাৰী পৃষ্ঠপোষকতাৰ কামতকৈ ভালেখিনি মন্থৰ। যোৱা বছৰত ই বঢ়াই নাই বুলিব পাৰি।

তাৰ উপৰি শতকৰা ৮০ ভাগ শিল্পোদ্যোগ-পৃষ্ঠপোষকতাৰ গবেষণা হৈছিল ৩০০টা কোম্পানীত। অৱশ্যে এই দুই শিল্পৰ উৎপাদন মূল জাতীয় উৎপাদনৰ ১০ ভাগহে হব।

আনহাতে গৃহনিৰ্মাণ, বোৱাকটা, পোচাক পৰিচ্ছদ, আহাৰ্য্য প্ৰস্তুত এইবোৰ শিল্প মূলজাতীয় উৎপাদনৰ শতকৰা ৩০ ভাগ হব। কিন্তু ব্যক্তিগত পৃষ্ঠপোষকতাৰ গবেষণা উন্নয়নৰ তুলনাত শতকৰা ৪ ভাগতকৈও কম হব।

কাৰিকৰী বিষয়ত দক্ষ কাৰখানা আৰু এলাকাসমূহত, সেনাবাহিনী আৰু মহাকাশৰ গবেষণাৰ বিকাশে আৰু যেছি কাৰিকৰী বিদ্যা সংযোজনা কৰিছে। বৰ্ত্তমানে সেনাবাহিনীৰ সৰ্বমুঠ গবেষণা আৰু উন্নয়নৰ প্ৰায় আধাখিনি (শতকৰা

৪৬ ) পশ্চিমাঞ্চলত কেন্দ্ৰীভূত হৈছে। শতকৰা প্ৰায় ৫ ভাগ হৈছে মধ্য আটলাণ্টিক ৰাজ্যসমূহত। দক্ষিণাঞ্চলত শতকৰা ৯.৫ ভাগ; পৰ্বতীয়া ৰাজ্য-সমূহত শতকৰা প্ৰায় ৯ ভাগ আৰু মধ্য পশ্চিমাঞ্চলত শতকৰা ৮ ভাগ।

বৰ্তমানৰ গবেষণা আৰু উন্নয়ন আঁচনিৰ প্ৰতিফল স্বৰূপে বিশ্ববিদ্যালয়ৰ ছাত্ৰসকলে কাৰিকৰী কাৰ্যকলাপ, মহাকাশ, প্ৰতিৰক্ষা আদি এনেবোৰ অভিযানৰ উপযোগী কৰিবলৈ বাধ্য হৈছে। আমাৰ এই এটলীয়া টানে সম্ভৱতঃ জীৱনৰ গতি ওলোট-পালট কৰি দিব পৰা এটা ডাঙৰ সমস্যা। এই সমস্যাৰ উদ্ভৱ হৈছে, প্ৰয়োজনীয় অথচ অতি মাত্ৰাৰ বিশেষ ধৰণৰ জাতীয় প্ৰতিৰক্ষাৰ আঁচনিৰ কেন্দ্ৰীকৰণৰ ফলত।

গবেষণা আৰু উন্নয়নত ব্যস্ত যুক্তৰাষ্ট্ৰৰ ৪০০,০০০ জন বৈজ্ঞানিক আৰু ইঞ্জিনীয়াৰৰ ভিতৰত প্ৰায় ২৭৫,০০০ জনে চৰকাৰৰ আঁচনিৰ বাবে কাম কৰি আছে। বাকী ১২৫,০০০ জনে শিল্পোদ্যোগ আঁচনিৰ কামত আছে। এই শিল্পগোষ্ঠীৰ প্ৰায় ১০০,০০০ জনে ৩০০ বৃহৎ কোম্পানীত শিল্প-গবেষণা আৰু উন্নয়নকাৰ্যৰ বাবে কাম কৰে। বাকী ২৫,০০ আমেৰিকাৰ অন্যান্য বাণিজ্য আৰু শিল্প-উদ্যোগসমূহত বিয়পি আছে। ১৯৬৩ চনত গবেষণা আৰু উন্নয়নকাৰ্যৰ বাবে যোগান ধৰা বৈজ্ঞানিক আৰু ইঞ্জিনীয়াৰৰ সংখ্যা আছিল প্ৰায় ৩০,০০০ জন। মহাকাশ গবেষণাৰ কাৰণে এতিয়া বহু সংখ্যক বৈজ্ঞানিক আৰু ইঞ্জিনীয়াৰৰ দৰ্কাৰ হৈ পৰিব।

অৱস্থা আৰু বেয়ালৈহে যাবলৈ ধৰিছে। ১৯৭০ চনত হয়তো আমাৰ ২৫০,০০০ বা অধিক ইঞ্জিনীয়াৰ ঘাটি পৰিব। আমেৰিকাৰ পঢ়াশালিবোৰত ইঞ্জিনীয়াৰিং বিভাগত নাম লগোৱা সঁচাকৈয়ে কমি গৈছে। বৰ্তমানে প্ৰতি বছৰে আমাৰ ৩০,০০০ ইঞ্জিনীয়াৰ গ্ৰেজুৱেট হৈ ওলাইছে। আনহাতে ৰাছিয়ানসকলে বছৰি ১২০,০০০ গ্ৰেজুৱেট উলিয়ায়।

নিৰাশাজনক কথা হ'ল ইঞ্জিনীয়াৰিং গ্ৰেজুৱেটৰ সংখ্যা কমি গৈছে; একেদৰে চৰকাৰী শিক্ষাবিভাগত পি-এইচ-ডিৰ সংখ্যাও কমিছে। এইদৰে চলি থাকিবলৈ আমি দিব নোৱাৰোঁ।

ফেডাৰেল চৰকাৰে পৰম্পৰাগতভাৱে বিজ্ঞানৰ উন্নতি আৰু অৰ্থনৈতিক উন্নতিৰ বাবে কাৰিকৰী ক্ষেত্ৰত উল্লেখযোগ্য বৰঙণি যোগাই আহিছে। উদাহৰণ স্বৰূপে, ১৯৬৩ চনত সাহায্য আগবঢ়োৱা প্ৰধান বিভাগসমূহৰ ভিতৰত আছে আণৱিক শক্তি ( ২৩০ লক্ষ ডলাৰ ) কৃষি ( ১৭৯ ডলাৰ ) মৌলিক বিজ্ঞান

( ১৫৩ লক্ষ ডলাৰ ) পৰিবহনত প্ৰধানকৈ বায়ুপথত ১২১ লক্ষ ডলাৰ আৰু প্ৰাকৃতিক সম্পদত ( ১০৭ লক্ষ ডলাৰ )।

এইখিনিতে কোৱা উচিত, মোৰ মতে আমি আমাৰ অৰ্থনীতি সম্পৰ্কে বহুতো আদিম বিশ্বাসৰ হাতত বন্দী। এনে বহুলোক আছে যিয়ে কিছুমান বস্তুক কেৱল খৰচ বুলিয়ে ভাবি লয়; অথচ প্ৰকৃততে সেইবোৰ সম্পত্তিহে। এটা হাইড্ৰো-ইলেক্‌ট্ৰিক বান্ধ প্ৰায়ে খৰচী বস্তু বুলি দাবী কৰা হয়। কিন্তু তাক সম্পত্তি বুলিয়ে ধৰিব লাগে। খেতিয়কসকলৰ ঘৰ-গৃহস্থী পৰিচালনাৰ বাবে দিয়া উচ্চহাৰৰ সুদযুক্ত ধাৰ প্ৰায়ে খৰচৰ ঘৰত ধৰা হয়। কিন্তু সেইবোৰেই চৰকাৰক টকা দিছে। মই ভাবোঁ, আমাৰ বাজেটপদ্ধতি আমাৰ আধুনিক সমাজৰ বাস্তৱতাৰপৰা ফালৰি কাটি গৈছে। ( চুইদেন আৰু জাৰ্মানীৰ অতি-আধুনিক পদ্ধতি আছে )। মন্দাৰ সময়ত আমি আমাক যিমান সোনকালে খৰচান্ত কৰি দিম, তেনেদৰে আমাক "বচাব" নোৱাৰিম। যদিও বৃথাই উদ্দেশ্যহীনভাৱে খৰচ কৰিলে সি আমাৰ অৰ্থনীতিৰ ভীষণ অনিষ্ট কৰিব পাৰে। অলপ বেছি টকা খটুৱালেই আমি অৰ্থনীতিৰ প্ৰসাৰ সাধিব পাৰিম। কিন্তু যি কোনো পৰিমাণৰ কম টকা খটুৱালেই ফল অশুভ হব। মোৰ কথা হ'ল, অৰ্থনীতিৰ শ্ৰীবৃদ্ধি সাধন কৰিবলৈ আমি প্ৰচুৰ ঋণৰ ব্যৱস্থা কৰিব লাগিব।

আন এটা বিপত্তি হ'ল, আমাৰ অৰ্থনীতি শ্ৰমিক ধৰ্মঘটৰদ্বাৰা আঘাতপ্ৰাপ্ত হৈছে। আমি আমাৰ নিবনুৱাসকলক অৰ্থনৈতিক গণ্ডীত সুমাই ৰাখিছোঁ। কিন্তু ইফালে ধৰ্মঘটকাৰীসকলে কৰা অনিষ্টৰ প্ৰতিবাদ কৰিছোঁ। বৰ্তমানে যি কৰিছোঁ তাক নকৰি নিবনুৱা সমস্যা সম্পৰ্কে আমি একেবাৰে নিৰাসক্ত থকাটোৱে ভাল হব, কাৰণ আমাৰ জাতিটোৱে বিগত এটা বছৰত যিখিনি শ্ৰমৰ সময় হেৰুৱাইছে তাতকৈ যোৱা পঁয়ত্ৰিশ বছৰৰ ধৰ্মঘট আৰু তলাবন্ধত বহুত কম হেৰুৱাইছে।

এটা কথা আমি সৰ্বোপৰি মনত ৰাখিব লাগিব যে সমূহীয়া মানৱীয় সম্পদৰ উন্নতি অবিহনে কেতবোৰ বিশিষ্ট সমস্যাৰ সমাধান কৰিব নোৱাৰোঁ। এইবোৰ সমস্যাৰ উদ্ভৱ হৈছে বিশেষকৈ যান্ত্ৰিক স্বয়ংক্ৰিয়তা, সেনাবাহিনীৰ উৎপাদনৰ পৰিবৰ্তন, প্ৰতিযোগিতামূলক আন্তৰ্জাতিক বাণিজ্য আৰু আন আন অৰ্থনৈতিক গতি-প্ৰকৃতিৰপৰা। এইবোৰ সমস্যা সমাধান কৰিবলৈ আমি বেছি ধৰণে মগজু-বৃত্তি খটুৱাব লাগিব।

সেয়ে হব আমাৰ নবীন শক্তিৰ আধাৰ—কাৰিকৰী বিদ্যাৰে উদ্বুদ্ধ এইখন

আমেৰিকাত অধিক শিক্ষিত লোকে আৰু দক্ষ কৰ্মীয়ে, বহু নাগৰিকে বৰঙণি যোগাব পাৰিব লগতে ইয়াৰ সুবিধাৰ দান গ্ৰহণ কৰিব পাৰিব। দাৰিদ্ৰ্যক্লিষ্ট যি ৰোগে এই চহকী জাতিটোক খুলি খাইছে তাক নিৰ্মূল কৰাৰ এইটোৱে হব আমাৰ উপায়।

## ॥ বৃহৎ ব্যৱসায় আৰু শ্ৰম ॥

আমাৰ স্মৰণীয় অৰ্থনৈতিক পদ্ধতিৰ দুটা প্ৰধান অৱলম্বনেই সকলোৰে ওচৰত নিন্দনীয় হৈ উঠিছে। সি হ'ল বৃহৎ ব্যৱসায় আৰু সমূহীয়া শ্ৰম।

"বৃহত্ত্ব" সকলোৱে কোৱাৰ দৰে বেয়া হব পাৰে। ইয়াৰ মই সমালোচনাও কৰিছোঁ। বৃহৎ ব্যৱসায় বেয়া, যদি সি প্ৰতিযোগিতাত আউল লগায়, নাইবা বিস্তাৰৰ পথ বন্ধ কৰি দিয়ে। কিন্তু ই যদি নিতৌ বাঢ়ি অহা জীৱন নিৰ্বাহৰ সুষ্ঠু মানদণ্ড লাভত সাহায্য কৰে তেন্তে এইটো "ভাল"।

সংৰক্ষণশীল দলে ব্যৱসায়ৰ বৃহত্ত্বৰ বিষয়ে নাভাবিলেও শ্ৰমৰ বৃহত্ত্ব, বিশেষকৈ ৰাজহুৱা পৰিকল্পনাৰ সমূহীয়া দিশটো বা বৃহত্ত্বৰ ওপৰত সমালোচনা কৰে। তেওঁলোকে "মেডিকেয়াৰ" ( Medicare ), ৰাজহুৱা গৃহনিৰ্মাণ, সমূহীয়া বিনিময়, পামৰ চৰকাৰী মঞ্জুৰী আৰু ফেডাৰেল চৰকাৰৰ সাহায্য আদিৰ বিৰুদ্ধেও প্ৰতিবাদ কৰে। তেওঁলোকে "আমাৰ স্বাধীনতা খৰ্ব কৰা চৰকাৰী শক্তিৰ কেৰোণৰ কথা কয়"। তেওঁলোকে এই কথা পাহৰি যায় যে আচলতে চৰকাৰী পৰিকল্পনাৰ কোনো কাল্পনিক বাধাতকৈ ক্ষুধাইহে মানুহৰ স্বাধীনতা ৰূঢ়তাৰে খৰ্ব কৰে। দাৰিদ্ৰ্যই ব্যক্তি স্বাধীনতা হৰণ কৰে। ঠিক একেদৰেই নিৰক্ষৰতা কুসংস্কাৰ, শিক্ষাৰ অভাব, আৰু জীৱনৰ প্ৰয়োজনীয় বস্তু লাভৰ অক্ষমতাই ব্যক্তি-স্বাধীনতা হৰণ কৰিছে।

বৰ্তমান ব্যৱসায়ৰ বৃহত্ত্ব সম্পৰ্কত আপত্তি কৰিব লগীয়া আমাৰ বহুতো প্ৰকৃত কাৰণ আছে বুলি মই নাভাবোঁ। আচলতে তাৰ ওলোটাটোহে। বহু ক্ষেত্ৰত বৃহৎ অনুষ্ঠান হ'ল শক্তিৰ আধাৰ আৰু অৰ্থনীতিৰ জীৱনী শক্তি। বৃহৎ ব্যৱসায়ৰ উদ্ভৱ হৈছে ই তিষ্ঠি থাকিবলৈকে।

কিছুমানে আমেৰিকান বিপ্লৱৰ আগৰ "চোৰ বেৰণ"সকলৰ সময়ৰ কথা কয়। কিন্তু এই দেশ আৰু ইয়াৰ অৰ্থনীতিয়ে থিওডৰ ৰুজভেল্ট, উইলিয়াম হাৱাৰ্ড টাফ্ট, আৰু উড্ৰো উইলচনৰ সেই বেছ মৰা যোৱা সময় এৰি আহি আজি

বহুত উন্নতি কৰিছে। আন আন অনুষ্ঠানৰ লগে লগে এতিয়া ব্যৱসায়ো পৰিবৰ্ত্তন হৈছে।

অতীতৰ কেৰোণসমূহ মই ঢাকিব খোজা নাই। যুক্তৰাষ্ট্ৰৰ উচ্চ ন্যায়ালয়ে এটা যুগান্তকাৰী সিদ্ধান্তৰে ১৮৯০ চনৰ "ছেৰমান এন্‌টিট্ৰাষ্ট এক্ট"খনৰ প্ৰচলনৰ কাৰণ নিৰ্দেশ কৰিছে। এইটোৱে অতীতৰ অসমৰ্থতাৰ বিষয়ে এটি ধাৰণা দিয়ে :

সেই সময়ৰ অৰ্থনৈতিক অৱস্থাৰ কাৰণে প্ৰয়োজনীয় বুলি ভাবিয়ে এই আইন প্ৰণয়ন কৰা হৈছিল। এইটোৱে হ'ল ইয়াৰ প্ৰধান কাৰণ। কিয়নো তেতিয়া সংস্থা আৰু ব্যক্তিৰ হাতত প্ৰচুৰ সম্পত্তি জমা ৰাখিছিল। সমূহীয়া সংস্থাবোৰ লহপহকৈ মূৰতুলি উঠিছিল। এই সংস্থাবোৰে ভোগ কৰিছিল,— সন্দেহ মনৰপৰা গুচাব নোৱাৰে ৰবং চৰকাৰী নেতৃবৃন্দৰ, সৰুসুৰা ব্যৱসায়ীসকলৰ আৰু অন্যান্য বৃহৎ সংস্থাবোৰৰ মনোভাৱৰ ক্ষেত্ৰত এই সন্দেহ থাকি যায়।

সঁচাকৈ বাৰু বৃহৎ ব্যৱসায়ৰ আকাৰে প্ৰতিযোগিতাৰ গতি বন্ধ কৰে নে, উৎপাদনৰ মান নিম্ন কৰে নে, নাইবা অন্যায়ভাৱে ৰাজনৈতিক ক্ষমতা অধিগ্ৰহণ কৰে? সঁচাকৈ বৃহৎ ব্যৱসায়ে কম খৰচত উন্নত মানেৰে উৎপাদন কৰা বস্তুৰ যোগেদি লাভ কৰিব পাৰে নে? নাইবা প্ৰকৃত প্ৰতিযোগিতাত পোৱা সুবিধাতকৈও ইয়াত শিল্প দৈত্যই কৃত্ৰিমভাৱে দৰ বেছি কৰি ৰাখিব পাৰে বাবে ই লাভ দেখুৱাব পাৰে নে? এইবোৰ প্ৰশ্নৰ উত্তৰ সহজ নহয়।

প্ৰথম কথা হ'ল, ১৯৬০ চনৰ বহুমুখী অৰ্থনীতিৰ লগত শতিকাৰ পৰিবৰ্ত্তনে অনা অৰ্থ নাশৰ নব্য অৰ্থনীতিৰ কম সাদৃশ্য আছে। এতিয়া আমাৰ অৰ্থনীতিৰ সকলোখিনিয়ে বিস্তৃত পৰিসৰৰ। মূল জাতীয় উৎপাদন, (ডলাৰৰ মূল্য কমি যোৱাৰ পিছত) এই শতিকাৰ আৰম্ভণীতে যি আছিল তাতকৈ ছয় গুণৰো অধিক হব। উইলছনৰ সময়ত এটি 'বৃহৎ ব্যৱসায়' মানে ৫০০ নিযুত ডলাৰ সম্পত্তিৰ এটি অনুষ্ঠান। আজি এটা সংস্থাৰ সম্পত্তিৰ পৰিমাণ হব ২৪,৬ বিলিয়ন ডলাৰ; আৰু আন কেতবোৰ আছে যাৰ ৫ বিলিয়ন ডলাৰতকৈয়ো ওপৰ। ২,২০০ হেজাৰ আমেৰিকান কোম্পানীৰ সম্পত্তিৰ পৰিমাণ ৫০ নিযুত ডলাৰৰো অধিক।

তথাপিও বৃহৎ ব্যৱসায়ে আমাৰ অৰ্থনীতি দমন কৰিব পৰা নাই। এশটা বৃহত্তম শিল্পোদ্যোগ কোম্পানীয়ে শিল্প, বাণিজ্য, আৰু কৃষি বিষয়ত শতকৰা দহ ভাগ বিক্ৰি কৰিব পাৰিছে। আচৰিত কথা যে, আমাৰ অৰ্থনীতিত বৃহৎ ব্যৱসায়ৰ সৰ্বমুঠ অংশ দীৰ্ঘ প্ৰচেষ্টাৰ পিছতো বৃদ্ধি হোৱা নাই।

দৰমহা দিয়া কৰ্মীৰে আমেৰিকান ব্যৱসায়ী অংশীদাৰৰ সংখ্যা হ'ব প্ৰায় ৫ নিযুত। যদি ইয়াৰ ভিতৰত পামসমূহ ধৰা হয়, তেন্তে আমাৰ একক মালিকৰ সংখ্যাই হ'ব প্ৰায় ৯ নিযুত; আৰু প্ৰায় ২ নিযুতৰো অধিক অংশীদাৰ। কমিউনিষ্টসকলে কৈছিল মুষ্টিমেয় ধনতন্ত্ৰবাদীৰ হাতত অৰ্থনীতিয়ে গতি কৰিছে। কিন্তু উপৰোক্ত সংখ্যাৰ হিচাপে কমিউনিষ্টসকলৰ সেই ধাৰণাৰ মূলোচ্ছেদ কৰিছে।

শতিকাৰ পৰিৱৰ্তনৰ লগে লগে আগতকৈ এতিয়া আমেৰিকান সংস্থাবোৰৰ মালিকীস্বত্ব বহুত বেছি বিয়পি পৰিছে। আজিকালি এজন বা দুজন লোক এটা ডাঙৰ সংস্থাৰ 'মালিক' হোৱা কমেই পোৱা যায়। ১৯৬১ চনত আমেৰিকান টেলিফোন আৰু টেলিগ্ৰাফৰ জমা-ৰাখোঁতাৰ (ষ্টকহোল্ডাৰ) সংখ্যা ২ নিযুত আছিল, আৰু বৃহৎ সংখ্যক "মালিকৰ" ভিতৰত মাত্ৰ শতকৰা এভাগহে আছিল। আনুষ্ঠানিক মালিকীস্বত্ব প্ৰায় ১৫ নিযুত আমেৰিকানৰ ভিতৰত বিতৰণ কৰা হৈছিল। অৱশ্যে এই ক্ষেত্ৰত তুলনামূলকভাৱে কম লোকৰ সংস্থা এটিৰ নিয়ন্ত্ৰণ থকুৱাৰ পাৰি।

আমাৰ অৰ্থনীতিত বহু ফালেদি বৃহৎ অংশীদাৰে প্ৰভাৱ বিস্তাৰ কৰে, ব্যক্তিগত অৰ্থসাহায্যৰ গবেষণাৰ গধুৰ দায়িত্ব তেওঁলোকে পৰিচালনা কৰে। পৃথিৱীৰ শীৰ্ষস্থানীয় বিজ্ঞানাগাৰবোৰৰ ভিতৰত আমাৰ দুটা বৃহৎ কোম্পানী যেনে "জেনেৰেল ইলেক্‌ট্ৰিক" "এ টি আৰু টি"-ৰ বেল পৰীক্ষাগাৰবোৰৰ মৌলিক গবেষণাৰ সুবিধাই শ্ৰেষ্ঠ। এনেবোৰ বৃহৎ শিল্পোদ্যোগৰ পৰিচালক মণ্ডলীয়ে অচিন্তনীয় সাফল্য লাভ কৰিব পাৰে।

নাজীসকলৰ এটম বোমাক পৰাস্ত কৰিবলৈ চৰকাৰে দু-পণ্টক প্লুটনিয়ামৰ সমূহীয়া উৎপাদন কৰিবলৈ দিয়াত পৰিচালনা কমিটিৰপৰা উপযুক্ত সঁহাৰি পোৱা গৈছিল। আগতে কাহানিও কল্পনা নকৰা বস্তু এটি নিৰ্মাণ কৰিবলৈ, হেজাৰ হেজাৰ কৰ্মী আনি প্ৰশিক্ষণ দিব লগা হৈছিল। তেতিয়া কোনো দিগ্-নিৰ্দেশক নাছিল; নাছিল কোনো আগতীয়া অভিজ্ঞতা। কিন্তু দু-পণ্টে এই কাম সমাধা কৰিছিল আৰু যুক্তৰাষ্ট্ৰই তিনি মাহৰ ভিতৰতে এটম-বোমা নিৰ্মাণ কৰিছিল।

এদল সক্ষম অভিজ্ঞ শিল্পকৰ্মী আমাৰ জাতিৰ যুদ্ধ আৰু শান্তিৰ সময়ত এটি গুৰুত্বপূৰ্ণ সম্পত্তিৰ দৰে।

সঁচাকৈ আমাৰ বাবে এইটোৱে উল্লেখনীয় সময়, কাৰণ এই সময়তে বুদ্ধিজীৱী আৰু পৰিচালক-মণ্ডলীৰ মাজৰ ঐতিহ্যগত অৱিয়াঅৱিৰ ভাব নাইকিয়া হৈছে।

১৯৬০ চনৰ প্ৰচুৰ উৎপাদনশীল সমাজধনত নীতিগত চিন্তাশীলতাৰ স্থান নাই। মুকলিকৈ কবলৈ হলে, আমাৰ দেশৰ ব্যৱসায়ত শ্ৰেষ্ঠ মনৰ সংঘবদ্ধ চিন্তা আৰু চৰকাৰ গঠনত, শিক্ষা ক্ষেত্ৰত, শ্ৰমিকৰ ভিতৰত সৎ মুনিহ-তিৰোতাৰ প্ৰয়োজন, আৰু প্ৰয়োজন বৃহৎ স্বেচ্ছাসেৱী দলৰ। এতিয়া আমাক এটা উপচি উঠা প্ৰবল জাতীয়তাবাদী লক্ষ্যৰ দৰ্কাৰ হৈছে; যাৰ সহায়তে মানুহে জীৱন নিৰ্বাহৰ উপায় কৰিও দৈনন্দিন পৰিস্থিতিৰ উৰ্ধ্বত থাকিব, আৰু সদায় প্ৰতিযোগিতাৰ আগশাৰীত থাকিব নাইবা তেওঁলোকৰ প্ৰভাৱৰ পৰিসৰ বহলাব পাৰিব। ৰাজনৈতিক নেতৃত্ব-পদৰ আগত আজি এটি প্ৰত্যাহ্বান আহিছে; অৰ্থাৎ অৰ্থনীতি আৰু সামাজিকতাৰ উৰ্ধ্বত থকা শ্ৰেষ্ঠ লোকেহে নেতৃত্ব পদৰ বাবে যোগ্যতা লাভ কৰিব আৰু তেওঁলোকেই জাতীয় সমস্যাবাজি সামাধান কৰিব লাগিব আৰু লগতে জাতীয় পৰিকল্পনাও হাতত লব লাগিব।

এই ব্যাপক অৰ্থনীতিত বৃহত্বৰ স্থান সুনিশ্চিত। গবেষণা আৰু কাৰিকৰী বিদ্যাৰ ওপৰত নিৰ্ভৰশীল কোনো উদ্যোগ সংস্থা এটিৰ আকাৰ সৰু, মজলীয়া বা খুব ডাঙৰো হব পাৰে। যেতিয়া সম্মিলকৰণ ( mergers ) আৰু অধিগ্ৰহণ ( acquisitions ) আকাৰ আৰু গঠনত ডাঙৰ হৈ দক্ষতা আৰু প্ৰতিযোগিতাৰ সম্ভাব্য নিয়ন্ত্ৰণৰ সীমা পাৰ হৈ গ'ল, তেতিয়া বিচাৰ বিভাগৰ "এন্টিট্ৰাষ্ট" শাখাৰ চকু থিয় হ'ল।

মই "এন্টিট্ৰাষ্ট" বিভাগত প্ৰাক্ প্ৰতিযোগিতাশীল (Pro-Competitive) এই শিৰোণামাটি যোগদিয়া উচিত বিবেচনা কৰোঁ। আমাৰ লক্ষ্য হ'ল এনে এটা আবহাৱাৰ সৃষ্টি কৰা য'ত সকলো ৰকমৰ ব্যৱসায়ীক প্ৰতিদ্বন্দ্বিতাই মূৰ তুলি উঠিব পাৰে আৰু যিবোৰ বৃহৎ অংশীদাৰৰ কৰ্মকুশলতাই গ্ৰাহকৰ বাবে সস্তীয়া আৰু উৎকৃষ্ট বস্তু উৎপাদন কৰিব পাৰে তেওঁলোকৰ বিকাশ আমি সীমাবদ্ধ নকৰোঁ।

যেতিয়া আবিষ্কাৰশীল কৰ্মকুশলতাৰ সলনি একক মালিকীস্বত্বৰ সৰ্বস্বত্বই ক্ষমতা অধিকাৰ কৰে, তেতিয়া সেইস্থলত চৰকাৰে আন আন কোম্পানীবোৰক সৰ্বস্বত্ব ক্ষমতা এটি সহনীয় ভাবেৰে প্ৰয়োগ কৰাৰ কাৰণে সুযোগ দান কৰিব লাগিব। যেতিয়া বৃহৎ সংস্থাবোৰে ক্ষমতাৰ অপপ্ৰয়োগ কৰি প্ৰতিযোগিতাৰ গতি ৰুদ্ধ কৰে, তেতিয়া "এন্টিট্ৰাষ্ট" বিভাগে তৎপৰতা আৰু যুক্তিৰে কাৰ্য হাতত লব লাগিব।

একক মালিকীস্বত্বক বাধা দিয়াৰ সফলতম উপায় হ'ল, বজাৰৰ বিকাশ সাধন। কাৰিকৰী গৱেষণাসম্ভূত ন ন ধাৰণাৰ প্ৰবল হেঁচা আৰু বিগত কেবাশতিকাজুৰি সকলুৰা ব্যৱসায়বোৰে লাভ কৰা সুস্থিৰ উৎসাহৰ মাজেদি যুক্তৰাষ্ট্ৰৰ বজাৰে বিকাশ সাধন কৰিছে। ইয়াৰ ফলত কোনো বৃহৎ একক মালিকীস্বত্বৰ উদ্ভৱ নোহোৱাকৈয়ে খুব বৃহৎ ব্যৱসায়িক কাৰ্যকলাপৰ সুফল আমি পাইছোঁ।

আমাৰ অৰ্থনৈতিক জীৱনৰ অপৰিহাৰ্য অঙ্গ হ'ল বৃহৎ ব্যৱসায়। তাৰ লগতে ধৰিব লাগিব আমাৰ সংগঠিত শ্ৰমিক ; বহুতো অৰ্থনীতিবিদ্, ৰাজনৈতিক, বৈজ্ঞানিকে আৰু দাৰ্শনিকে ট্ৰেড ইউনিয়নৰ মূল অৰ্থ আৰু ইয়াৰ লক্ষ্য সম্পৰ্কে দীঘল দীঘল ৰচনা লিখিছে। মই ভাবোঁ কেইবা শতিকা আগতে হিব্ৰু সন্ন্যাসী হিল্লেলে অলপ কথাৰে ইয়াক অতি সুন্দৰকৈ বৰ্ণাইছিল : "যদি মই মোৰ নিজৰ কামত নাহোঁ, তেন্তে কোন আহিব, কিন্তু মই যদি নিজৰ কামতে কেৱল আহোঁ তেন্তে মই কিয় ?"

এইটোৱে হ'ল আমেৰিকান শ্ৰমিকৰ প্ৰকৃত কাহিনী। মুনিহ তিৰোতা সকলো কৰ্মীয়ে তেওঁলোকৰ পাৰস্পাৰিক স্বাৰ্থসমূহ পূৰ্ণ কৰিবলৈকে একলগ হয়। যদি এই কাম তেওঁলোকে নিজে কৰিব নোৱাৰে, কোনে তেওঁলোকৰ বাবে কৰি দিব ? কিন্তু তেওঁলোকে কেৱল তেওঁলোকৰ সমস্যাসমূহক লৈয়ে ব্যস্ত থাকিব নোৱাৰে। যদি তেওঁলোক নিজতে আবদ্ধ হৈ থাকে, তেন্তে তেওঁলোক কিহৰ বাবে ?

এইটো বৰ দুঃখজনক ঘটনা যে কংগ্ৰেছ কমিটি আৰু বাতৰিকাকতসমূহে আমেৰিকাৰ শ্ৰমিক দলৰ কেৱল দোষহে প্ৰচাৰ কৰে। কোনো এজন শ্ৰমিক আন্দোলনকাৰীয়ে লোৱা ১০০ ডলাৰ ভেটিৰ কাহিনীটোৱে বাতৰি পৰিবেশনৰ যোগ্যতা পায়। আনহাতে কোনো সৎ উদ্দেশ্যত ইউনিয়নে দান কৰা ১০,০০০ ডলাৰৰ বাতৰিটো সিমান প্ৰাধান্য লাভ নকৰে। মই কব খোজা নাই যে, ধৰ্মঘট উত্তেজনা, আৰু শ্ৰমিক অন্যায়কাৰ্য আদিৰ বিষয়ে ৰাইজক সজাগ কৰাটো কাগজৰ দৰ্কাৰী কাম নহয়। মই ভাবোঁ, কোনো ধৰ্মঘটৰ কাৰণসমূহ, উত্তেজনা সৃষ্টিৰ কাৰণ, কোন ইউনিয়নৰ কৰ্মীয়ে বিশ্বাস ভঙ্গ কৰিলে এইবোৰ বিষয়ে আমি সকলোৱে খবৰ পাব লাগিব।

কিন্তু লগতে ট্ৰেড ইউনিয়ন সভ্যসকলে দিনৰ পিছত দিন ধৰি তেওঁলোকৰ লগৰ মানুহবোৰৰ কাৰণে, তেওঁলোকৰ দেশৰ বাবে আৰু স্বাধীনতাৰ হকে কিমান

সম্মানজনক কাম কৰি গৈছে, তাৰ পূৰ্ণ কাহিনীও আমি জানিবলৈ বিচাৰো এই কাগজৰ জৰিয়তে।

কেন্দ্ৰীয় সমিতিয়ে পূৰ্বতে বিক্ষিপ্ত হৈ থকা নাগৰিকক এতিয়া এখন ৰাজহুৱা মঞ্চত থিয় দিবলৈ সুবিধা কৰি দিছে। এতিয়া তাত একগোট হৈ তেওঁলোকে বাসকৰা পৃথিৱীখনৰ পৰিচালনাৰ কাৰণে নীতি উদ্ভাৱন কৰিব পাৰিব। সেই নীতিকে তেওঁলোকৰ পুত্ৰ-পৌত্ৰাদিয়ে আহৰণ কৰি লব। তেওঁলোকে কেৱল নতুন নীতি উদ্ভাৱনা কৰিয়ে ক্ষান্ত নহব, সেই নীতি কাৰ্যত প্ৰয়োগ কৰাৰ অৰ্থে কৌশল আৰু প্ৰয়োজনীয় সা-সম্পদো উৎপন্ন কৰিব। শ্ৰমিক অভিযানৰ সেইটোৱে উত্তম কাৰ্য বুলি মই বিবেচনা কৰিছোঁ। নিযুত মুনিহ-তিৰোতাৰ কাৰণে গণতন্ত্ৰ আৰু নাগৰিকত্বৰ অৰ্থ বা অনুবোধৰ ক্ষমতা সাব্যস্ত কৰাৰ স্বপ্ন ইউনিয়নে বাস্তৱত পৰিণত কৰিছে।

ৱাছিংটনত বোৱাকটা কৰ্মী, ৰবৰ তৈয়াৰ কৰা কৰ্মী আৰু যোগাযোগ কৰ্মীসকলে তেওঁলোকৰ ইউনিয়নৰ আইন প্ৰণয়কাৰী সংস্থাৰ সভাত যোগদান কৰিবলৈ আহিছিল। সম্ভৱতঃ সেই অধিবেশনত কৰ্মীসকলৰ লগত কটোই অহা ২০-৩০ মিনিট সময় মোৰ কাৰণে এটাইতকৈ উত্তেজনাপূৰ্ণ ক্ষণ। কৰ্মীসকলে সোধা স্বয়ংক্ৰিয় যন্ত্ৰজনিত সমস্যা, নিবনুৱা সমস্যা, বৃদ্ধাৱস্থাৰ ব্যৱস্থা, গৃহ উত্তাপ-কৰণ বা বস্তী-অঞ্চলৰ সমস্যা সম্পৰ্কীয় উৰহী গছৰ ওৰ বিচৰা প্ৰশ্নৰ মই উত্তৰ দিব লগীয়া হৈছিল। তাৰ আগলৈ অধিবেশনত কিহৰ বিতৰ্ক চলিছিল মই ভালদৰে মন কৰা নাছিলোঁ।

কিন্তু এইবাৰ সমস্যা সম্পৰ্কে কৰ্মীসকলৰ প্ৰাথমিক অভিজ্ঞতা আছিল বেছি। ইউনিয়নে নিজৰ দলৰ লোকসকলক, নিৰ্ভৰশীল বাণী দিব পাৰিছিল, শ্ৰমিক আন্দোলনৰ সেইটো এটা ন্যায্য কৰ্তব্য।

কেইবছৰমানৰ আগতে AFL-CIO ৰ সম্পাদক আৰু ধনভঁৰালী উইলিয়াম ছিনটুলেৰ লৈতে মই মঞ্চত বক্তৃতা কৰিছিলোঁ। দৰ্শক-শ্ৰোতাসকলৰ ভিতৰত কেইবা ডজন ইউনিয়নৰ মুখ্যকৰ্মী আৰু টেক্‌নিচিয়ান আছিল। তেওঁলোকে দেশৰ মুনাফুটা চিকিৎসা আৰু জীৱনবীমা সমিতিৰ লৈতে লগ লাগি স্বাস্থ্য পৰিকল্পনা, কেন্দ্ৰীয় হাসপাতাল আৰু চিকিৎসাকেন্দ্ৰ আদি পৰিচালনাৰ কাৰ্যত ৰত আছিল। এইটো মোৰ কাৰণে নতুন নহয়; কাৰণ আমেৰিকাৰ ন ন চেলেঞ্জসমূহৰ সমাধান বিচাৰি ইউনিয়ন প্ৰতিনিধিবৰ্গ আনৰ লগ লাগি সক্ৰিয় ভাৱে কামত লগা মই বহুত দেখিছোঁ।

সকলো আমেৰিকান পৰিয়ালৰ কাৰণে চিকিৎসাৰ সুবিধা সহজলভ্য কৰাৰ দাবী জনাই ছিনট্ৰলেৰে এটি প্ৰাঞ্জল বক্তৃতা দিয়ে। সকলো আমেৰিকানৰ হকে এই প্ৰসঙ্গত মাত মাতিবলৈ শ্ৰমিকসকলৰ ক্ষমতা আৰু দায়িত্ব সম্পৰ্কে তেওঁ পোনপটীয়াভাৱে কয়। তাকে কৰিবলৈ তেওঁ আইন প্ৰণয়ন আৰু সমূহীয়া কামকাজৰ ক্ষেত্ৰত আমেৰিকান শ্ৰমিকসকলৰ স্থানৰ বিষয়ে সহজ আৰু আকৰ্ষণীয়ভাৱে এইদৰে ব্যখ্যা কৰিছিল :

শ্ৰমিকসকলক মাজে মাজে স্বাৰ্থান্বেষী বুলি দোষাৰোপ কৰা হয়। এইটো বৰ আমোদজনক লগতে হতাশজনকো। কিন্তু সেই একেবোৰ সমালোচকে কয়, ইহঁতে ট্ৰেড ইউনিয়ন বা ইয়াৰ সভ্যসকলৰ লগত সম্বন্ধ নথকা বিষয়ত যেনে অৱহেলিত আৰু অসংগঠিত কৰ্মী সম্পৰ্কীয় কথাবোৰত মূৰ সুমুৱায়।

আমেৰিকাৰ শ্ৰমিকে নিজা প্ৰতিনিধিত্বৰ সীমাৰ উপৰিও আৰু আন কথা কয়। আপেক্ষিকভাৱে এই কথা কোৱাৰ কাৰণ হ'ল এটি সহজ পৰিমাৰ্জিত ব্যক্তি-স্বাৰ্থ। আমি জানো আমেৰিকাৰ ভালেই আমেৰিকান শ্ৰমিকৰ ভাল। এলাকাৰ পিছত এলাকাজুৰি এইটো দেখা গৈছে যে, আমাৰ নিজা সভ্যসকলে মানুহবোৰৰ ভাগ্যৰ উন্নতি সাধন কৰে তেতিয়া, যেতিয়া সেই সেই অঞ্চলৰ মানুহে নিজ ভাগ্যৰ উন্নতি সাধন কৰি লয়। সমূহীয়া বেচাকিনা মেজত আমাৰ সভ্যৰ বাবে, এটি সীমিত গতিত বস্তু লাভ কৰিব পাৰোঁ। অৱশ্যে কোনো প্ৰকাৰে আমি সীমাৰেখাত এতিয়াও উপনীত হোৱা নাই। সুষ্ঠু আইন প্ৰণয়নৰ যোগেদি আমি আমাৰ লোকসকলৰ কল্যাণ, সুখ, আৰু নিৰাপত্তা আনিব পাৰিম, জনসাধাৰণৰ কল্যাণৰ বাবে সৃষ্টি হোৱা সমবায় বা স্বেচ্ছাসেৱী অনুষ্ঠানসমূহৰ বিকাশ হোৱাটোও দৰ্কাৰ। আমেৰিকাৰ জীৱন-মানসৰ এই সকলোবোৰ দিশতে শ্ৰমিক আন্দোলনে গঠনমূলক বৰঙণি যোগাই আহিছে।

আচল কথা হ'ল প্ৰকৃততে বাইজৰ মাজত ঐক্যপূৰ্ণ জনমতৰ অভাৱ। এই অভাৱ দূৰীকৰণৰ নিকটতম উপায় হ'ল শ্ৰমিক আন্দোলন। বাইজৰ বৰ চ'ৰা হিচাপে সেৱা কৰিবলৈ পাই আমি নিজকে গৌৰৱান্বিত আৰু সুখী অনুভৱ কৰিছোঁ। আমাৰ সভ্যবৃন্দৰ পৰিয়ালসমূহৰ প্ৰায় ৫০ নিযুত মুনিহ তিৰোতা আৰু ল'ৰা-ছোৱালীৰ আমি প্ৰতিনিধিত্ব কৰিছোঁ। কংগ্ৰেছ, ৰাষ্ট্ৰীয় আইন-সভা স্কুলীয়া পদ্ধতি আৰু স্বেচ্ছাসেৱী আদি অনুষ্ঠানৰ যোগে আমি যিমানবোৰ কাম কৰিছোঁ, তাৰ বেছি ভাগেই সমস্ত আমেৰিকাবাসীৰ উদ্দেশ্যে কৰা হৈছে। এই বিষয়ে আমি সহজ বিশ্বাস ৰাখিছোঁ।

বিনামূলীয়া আৰু সাৰ্বজনীন শিক্ষাৰ অৰ্থে এশ বছৰৰ ভিতৰত আমেৰিকাৰ শ্ৰমিকদলৰ দৰে কোনোৱে ইমান সক্ৰিয়ভাৱে কাম কৰা নাই।

আমাৰ সামাজিক নিৰাপত্তা আইনৰ উন্নতি বিচাৰি ইমান সক্ৰিয় অংশ গ্ৰহণ কৰা আন কোনো দল নোলায।

এইবোৰ মন্তব্যৰ মাজেদি মই এইটোকে বুজাব খোজা নাই যে, অকল আমাৰদ্বাৰাই এই কামবোৰ সমাধা হৈছে। ইয়াৰ প্ৰত্যেকটা কাম সমাধা কৰোঁতে আমি সদায় আন দলৰ লগ লাগি কৰ্মক্ষেত্ৰত অৱতীৰ্ণ হৈছিলোঁ। তথাপিও আমি এইকথা গৌৰৱেৰে কম আমেৰিকাৰ শ্ৰমিক দলে ইমান বছৰে তেওঁলোকৰ সংগঠিত শক্তি সামগ্ৰিক কল্যাণৰ হকে ব্যয় কৰি আহিছে।

শ্ৰমিকসকলে অৱসৰপ্ৰাপ্ত লোকসকলৰ বাবে স্বাস্থ্য-ভাতাৰ আবেদন কৰিছে। তাৰ উপৰি চিকিৎসাশাস্ত্ৰৰ গবেষণা হাসপাতাল আৰু শিশুকল্যাণ কাৰ্যত অধিক মনোনিবেশৰ কাৰণে আবেদন কৰিছে। শ্ৰমিক সংঘই ৰাজহুৱা গৃহব্যৱস্থা, বস্তি পৰিষ্কাৰ আৰু গ্ৰামাঞ্চলৰ পুনৰ উন্নয়নৰ কাৰণে জোৰ দিছে।

শ্ৰমিকসকলে অনুন্নত অঞ্চলৰ আইন প্ৰণয়ন, সমূহীয়া সা-সুবিধাৰ সাহায্য আৰু ৰাজাহুৱা ৰাস্তা-ঘাটৰ বৃহত্তম কাৰ্যক্ৰম হাতত লোৱাটো বিচাৰিছে।

শ্ৰমিকদলে, স্কুল নিৰ্মাণত ফেডাৰেল সাহায্য, শিক্ষকসকলৰ উৎকৃষ্ট দৰমহা আৰু উদাৰবৃত্তি ব্যৱস্থাৰ সমৰ্থন জনাইছে।

শ্ৰমিকদলে বহুমুখী নৈ-নলাৰ পৰিকল্পনা লগতে শান্তিৰ উদ্দেশ্যে আৰু আমাৰ প্ৰাকৃতিক সম্পদৰাজিৰ সংৰক্ষণৰ অৰ্থে আণবিক শক্তিৰ বিকাশ সাধনৰ নীতি পচন্দ কৰিছে।

শ্ৰমিকদলে আমেৰিকাৰ খেতিয়কসকলক, যেনে R E A ক সাহায্য দিবলৈ লোৱা পৰিকল্পনাৰ সমৰ্থন কৰিছে; লগতে একোটা পৰিয়াল-আকাৰৰ পাম সংৰক্ষণৰ কাৰণে আইন প্ৰণয়নৰ পৃষ্ঠপোষকতাও ই কৰে।

সৰুসুৰা ব্যৱসায়সমূহৰ বিকাশৰ অনুকূল পাৰিবেশ সৃষ্টিৰ অৰ্থে কৰা আইন প্ৰণয়নক শ্ৰমিকদলে আদৰণী জনায়।

শ্ৰমিকদলে গৃহস্বত্ব-আইনক সমৰ্থন কৰা বাবে দেশৰ কিছুমান অংশত অলপ বিঘ্ন হলেও এই আইনৰ প্ৰতি পূৰ্ণ সমৰ্থন জনাইছে।

এই সকলোবোৰেই শুদ্ধ সামাজিক লক্ষ্যৰ বস্তু। সেইবোৰ বস্তু শ্ৰমিকদলে ঠেক ব্যক্তিগত স্বাৰ্থেৰে প্ৰণোদিত হৈ বাছি-কিচাৰি লোৱা নাই।

কিন্তু শ্ৰমিকদলৰ লক্ষ্য আছিল ইয়াতকৈ দূৰত। যদি আমেৰিকাৰ শ্ৰমিকদল স্বকীয় নিবনুৱা সমস্যা আৰু সংক্ৰিয় যন্ত্ৰৰ উদ্ভব আদিৰে জৰ্জৰিত হোৱাৰ দৰে আন্তৰ্জাতিক ঘটনাৱাজিৰপৰা বাহিৰত থাকিলহেঁতেন তেনেহলে এইটো বুজিব পৰা গলহেঁতেন। এসময়ত কৰাৰ দৰেই আমাৰ সাগৰীয় উপকূলৰপৰা অন্য বহিৰাগতসকলক ৰখাৰ কাৰণে বা আমদানী বস্তুৰ ওপৰত সংৰক্ষণমূলক ব্যৱস্থা লবলৈ ই সংগ্ৰাম চলাব পাৰিলেহেঁতেন। ই পাৰস্পৰিক নিৰাপত্তা আৰু কাৰিকৰী সাহায্যৰ বিৰোধিতা কৰি ইমানবোৰ বিলিয়ন ডলাৰ আমেৰিকাৰ অনুন্নত আৰু পীড়িত অঞ্চলসমূহৰ সাহায্যৰ কামত ব্যয় কৰাৰ কাৰণে জোৰ দিব পাৰিলেহেঁতেন। কিন্তু আমেৰিকাৰ শ্ৰমিকদলে আমাৰ দেশৰ নিৰাপত্তাৰ ওপৰত বাহিৰৰ প্ৰত্যক্ষ বা পৰোক্ষ ভাবুকিৰ বিষয়ে খুব সচেতন।

কমিউনিজমৰ উদ্ভাৱনাত সংগঠিত শ্ৰমিক শক্তিৰ ভূমিকা আৰু পৃথিৱীৰ কম উন্নত অঞ্চললৈ ইয়াৰ সাহায্য দান এটা চমৎকাৰ সাধু-কথাৰ আধাৰ। সেই সাধু এতিয়াও কোৱা হোৱা নাই। এই গুৰুত্বপূৰ্ণ গণতান্ত্ৰিক বিজয়ত ইতিহাসে ফিলিপ মুৰেৰ ভূমিকাৰ জয়গান কৰিছে। আমেৰিকাৰ শ্ৰমিকদলে লেটিন আমেৰিকা, মধ্যপ্ৰাচ্য, হংকঙ, আৰু ভাৰতবৰ্ষৰ মূল পৰিকল্পনাবোৰৰ সমৰ্থন জনাইছিল, অৰ্থাৎ য'তেই মানৱীয় সমস্যাই সাহায্যৰ কাৰণে আৱাত কৰে তাতেই তেওঁলোকে হাত বঢ়াই আগুৱাই যায়। পৃথিৱীৰ ভগনীয়া সমস্যাক আমেৰিকাৰ শ্ৰমিকদলে বিশেষভাৱে বিবেচনা কৰি চাইছিল। প্ৰায়ে দেখা গৈছিল, সাহায্যৰ বৰ টোপোলাটো ইউনিয়ৰ ডলাৰৰপৰা নাহি, ব্যক্তিগত প্ৰতিনিধি আৰু স্বেচ্ছাকৃত বৰঙণিৰপৰা আহিছিল। স্বাধীনতা লাভৰ আন্তৰ্জাতিক সংগ্ৰামত জৰ্জ মিনিৰ নেতৃত্বৰ বিষয়ে খুব কমকৈ জনা যায়। বহুতো জেনেৰেল বা কূটনৈতিকতকৈ এই নেতৃত্বৰ মূল্য আছিল উল্লেখনীয় আৰু কাৰ্যকৰী।

এইবোৰ সত্য সদায় বুজা উচিত। এটা স্বাধীন আৰু শ্ৰমিক আন্দোলনৰ মূল্য সদায় মনত ৰাখিব লাগে। যেতিয়াই আমি শ্ৰমিক আন্দোলনক সাহায্য কৰিবলৈ যাওঁ, ইয়াৰ মাজত সোমোৱা দোষ-ত্ৰুটিবোৰ শুধৰাবলৈ যাওঁ, তেতিয়া আমি খুব সাৱধান হব লাগিব যাতে কোনোৰকমে এই আন্দোলনটোক আঘাত কৰা নহয়। নাইবা আমাৰ সকলোৰে বাবে সধা উন্নতিত হস্তক্ষেপ কৰা নহয়।

মই নিজকে শ্ৰমিকসকলৰ বন্ধুৰূপে গণ্য কৰি ভালপাওঁ—যিদৰে ভালপাওঁ নিজকে প্ৰাক-স্বাধীন উদ্যম বুলি গণ্য কৰি। মই ভাবোঁ, এই প্ৰত্যেকটোৰে কাৰণসমূহ পৰস্পৰ নিগূঢ়ভাৱে সংযোজিত।

ৰাণ্টাৰ বিউথাৰে এসময়ত মোক শ্ৰমিক আন্দোলনৰ গুণাগুণৰ সাধুটি কৈছিল, যিটো আমি মাজে মাজে পাহৰি যাওঁ। সাধুটো এই ;—বিউথাৰে বক্তৃতাটো দি উঠাত এজন বয়সস্থ কৰ্মী তেওঁৰ ওচৰলৈ আহিছিল। "বুজিছা, ৰাণ্টাৰ, আজি নিশা তুমি কোৱা সকলো কথাই সুন্দৰ," বৃদ্ধ মানুহজনে দৃঢ় পোলাণ্ডীয় ধ্বনিৰে কৈছিল, "মই জানো মোৰ বাবে ইউনিয়নে কিমানখিনি কৰিছে। তুমি ঠিকেই কৈছা যে, ই মোক উন্নত বানচ, উন্নত সময়ৰ সুযোগ, পেন্সন আৰু উচ্চ মানদণ্ড লাভ কৰাত সাহায্য কৰিছে।"

"কিন্তু তুমি জানানে মোৰ ওচৰত ইউনিয়নৰ প্ৰকৃত অৰ্থ কি?" মানুহজনে কৈ গৈছিল। "কুৰি বছৰ আগতে মই যেতিয়া প্ৰথম এই দোকানলৈ আহিছিলোঁ। তেতিয়া সকলোৱে মোক "বোবা পোলেক" বুলি মাতিছিল, এতিয়া সিহঁতে মাতে 'ভাই' বুলি।"

ধৰ্মযাজক পলে, এসময়ত এই কথাকে আনধৰণে কৈছিল : তোমালোক প্ৰত্যেকে প্ৰত্যেকৰ প্ৰতিনিধি হোৱা। আমাৰ ইউনিয়নবোৰে নিযুত নিযুত মুনিহ-তিৰোতাৰ বাবে সেইটোকে কৰিছে।

## ॥ কৃষি ঃ প্ৰাচুৰ্যৰ প্ৰত্যাহ্বান ॥

ৰাষ্ট্ৰীয় চেক্ৰেটাৰী ডিন ৰাস্কে অলপতে আমাৰ এটি বৃহৎ সম্পদৰ বিষয়ে আমাক মনত পেলাই দিছে। "আমেৰিকাই এতিয়াও ক্ষুধিত পৃথিৱীখনৰ কাৰণে অধিকাধিক খাদ্য উৎপাদন কৰি যোৱাটোৱে কেৱল আমেৰিকাৰ কৃষিৰ স্মৰণীয় কথা নহয়।" তেওঁ কৈছিল, "ই মানুহৰ আশা-আকাঙ্ক্ষাক বিজ্ঞান, আৰু কাৰিকৰি-মুখী কৰিছে, তেওঁলোকৰ ক্ষুধা জয় কৰিছে, আৰু সমস্ত মানবজাতিৰ দৈনন্দিন আহিলাবোৰ শান্তিপূৰ্ণভাৱে সাজু কৰাৰ ঐতিহাসিক সম্ভাৱনাৰ পথ মুকলি কৰি দিছে।"

সেই অত্যাশ্চৰ্য ঘটনাই আমালৈ আনিছে বহুতো প্ৰত্যাহ্বান। তাৰে এটি হ'ল, এই প্ৰচুৰতাৰ আশীৰ্বাদক কিদৰে আমি মানুহৰ উপকাৰৰ অৰ্থে পাৰৱৰ্তিত কৰিব পাৰোঁ। বিশেষকৈ যিসকল আমেৰিকাৰ খেতিয়কৰদ্বাৰা এইটো সম্ভৱ হ'ল, তেওঁলোকৰ কামত ইয়াক কিদৰে লগাব পাৰোঁ?

প্ৰত্যেক বছৰে আমেৰিকাৰ কৃষিয়ে ন ন ৰেকৰ্ড প্ৰতিষ্ঠা কৰিছে। দেশৰ ভিতৰত আৰু বাণিজ্যিক ৰপ্তানীৰ বাবে লগাধিনিতকৈও বহু বেছি উৎপাদন হয়। বছৰে বছৰে আমেৰিকাৰ খেতিয়কে ছোভিয়েত খেতিয়কসকলক

উৎপাদনৰ ক্ষেত্ৰত চেৰ পেলাই গৈছে। ছোভিয়েত ইউনিয়নত আমাৰ দৰে পৰিয়াল-পাম পদ্ধতি নাই, তেওঁলোকে স্বকীয় মাটিত উৎপাদনৰ কাৰণে সংগ্ৰাম কৰিছে। একালেদি কবলৈ গলে, ছোভিয়েত কৃষি বিপৰ্যই জাগতিক পৰিস্থিতিৰ ওপৰত এটা সন্তোষজনক প্ৰভাৱ বিস্তাৰ কৰিছে। কিয়নো দেশৰ সম্পদৰাজি যুদ্ধৰ অস্ত্ৰ-শস্ত্ৰ নিৰ্মাণতকৈ খেতিৰ সা-সঁজুলি নিৰ্মাণত লগোৱা হৈছে, ইয়াৰ ফলত কিছু পৰিমাণে নিৰস্ত্ৰীকৰণ সম্ভৱ হৈছে।

আগৰ এটা অধ্যায়ত মই কৈ আহিছোঁ যে ; বিগত শতিকাত কৃষিৰ ক্ষেত্ৰত যি পৰিৱৰ্তন সধা হৈছে তাৰপৰাই উদ্যোগসমূহত কাৰিকৰি পৰিৱৰ্তন সাধি কিমান দূৰ লাভ আশা কৰিব পৰা যায়, সেই বিষয়ে আমি এটি ধাৰণা কৰিব পাৰিছোঁ। এটা সুন্দৰ পৰিণতি হ'ল—আগতকৈ বহু কম খৰচেৰে এতিয়া খাদ্য উৎপাদন কৰিব পাৰি। ইয়াৰ এটা অশুভ ফল হ'ল,—যোৱা তিনিবছৰত পামৰ আয় খুব বাঢ়িছে যদিও বিনা পামৰ আয়ৰ তুলনাত গড়ে ইয়াৰ অনুপাত শতকৰা ৬০ ভাগ। ইয়াৰ তুলনাত পামৰ খৰচৰ পৰিমাণ বহু কম। অৰ্থাৎ খেতিয়কসকলে কিছু পৰিমাণে গ্ৰাহকসকলক তল পেলাইছে।

আমাৰ জনতাৰ এটি বৃহদাকাৰ অংশ অৰ্থাৎ যি শতকৰা ৮ ভাগ মানুহৰ মূৰৰ ওপৰেদি অনাবৃষ্টি, বানপানী, ধুমুহা, আগতীয়া কুঁৱলী আৰু পোকৰ উৎপাত পাৰ হৈ গৈছে ; সেইবোৰেই মূৰ পাতি লব লাগিব আন এটি উপকৰা প্ৰলয়ঙ্কৰী সংকট অৱস্থা। সেইটো হ'ল, ঘৰুৱা আৰু বিশ্বমেলাৰ অস্থিৰ, পৰিৱৰ্তনশীল পৰিস্থিতি। বহুতো গ্ৰামাঞ্চলত কৰ্মসংস্থানৰ কম সুযোগ আৰু নিম্ন আয় এই দুটাই এটাইতকৈ হতাশজনক সমস্যা।

আমাৰ গাঁও অঞ্চলত বাস কৰা ১৫ নিযুত লোকৰ দাৰিদ্ৰ নিবাৰণ কৰিবলৈ আমি বহু বছৰজুৰি চেষ্টা চলাইছোঁ। বছৰি ২,৫০০ ডলাৰ আয় থকা যুক্তৰাষ্ট্ৰৰ ৮ নিযুত পৰিয়ালৰ আধাতকৈও বেছি গাঁও অঞ্চলত বাস কৰে। ২২ নিযুত যুবকৰ এক-পঞ্চমাংশতকৈও অধিক গ্ৰামাঞ্চলৰ দুখীয়া পৰিয়ালত বাস কৰে। প্ৰত্যেক বছৰে এইবোৰ পৰিয়ালত ২০০,০০০তকৈ অধিক ল'ৰাছোৱালীয়ে জন্ম পায়। এইবোৰ সমস্যা মূৰত লৈও সেই শতকৰা ৮ ভাগ জনতাই প্ৰচুৰ উৎপাদন কৰাত কৃতকাৰ্য হৈছে, যাৰ ফলত আমি সুন্দৰভাৱে খোৱাপিন্ধা পাইছোঁ। তেওঁলোকৰ জৰিয়তে আমি বছৰি ৬ বিলিয়ন ডলাৰ পামৰ উৎপাদিত মূল্যবান বস্তু ৰপ্তানী কৰিও প্ৰচুৰ বাহি কৰোঁ।

কাৰিকৰী বিপ্লৱ কেৱল অপৰিবৰ্তনীয় নহয়। (বিপৰীতমুখী বতৰৰ ফলাফলৰ বাহিৰে) এই বিপ্লৱ দ্ৰুত গতিৰে আগবাঢ়ি গৈছে। আজি এজন খেতিয়কে সাতাইশজন লোকৰ প্ৰচুৰ খোৱা বস্তু উৎপন্ন কৰে। কিন্তু কুৰি বছৰ আগতে সি এঘাৰ জনৰ বাবেহে প্ৰচুৰ বস্তু উৎপন্ন কৰিব পাৰিছিল। আমেৰিকাৰ গ্ৰাহকসকলে বৰ্তমান পৃথিৱীৰ যি কোনো ঠাইৰ মানুহতকৈ কম প্ৰয়াসত কেৱল আহাৰ ভোগ কৰিয়ে থকা নাই; তেওঁলোকে পৃথিৱীৰ ভিতৰত চহকী আৰু উত্তম ভোগ্যবস্তু পাইছে। আজি গ্ৰাহকৰ আয়ৰ শতকৰা প্ৰায় ১৯ ভাগহে আহাৰৰ কাৰণে ব্যয় কৰে। আনহাতে ১৯৪৭ চনত শতকৰা ২৭ ভাগ ব্যয় কৰা হৈছিল। পৃথিৱীত এই সংখ্যাটোৱেই আৰ্জনৰ নিম্নতম শতকৰা হিচাপৰ মান। আমেৰিকানসকলে যদি ১৯৩০ চনৰ দৰে সেই একে আহাৰ খাইছিল তেন্তে গড় হিচাপত পৰিয়ালৰ আৰ্জনৰ শতকৰা প্ৰায় ১৫ ভাগ খৰচ আহাৰত পৰিছিল।

আমিও ভালদৰে খাবলৈ পাইছোঁ। খাদ্যৰ বিষয়ত আমি এক বৃহৎ পৰিবৰ্তন প্ৰত্যক্ষ কৰিছোঁ। আগৰ সস্তীয়া কাৰ্বোহাইড্ৰেটছ, যেনে কটি আৰু বিলাহী বেঙেনাৰপৰা আৰম্ভ কৰি খুব দামী প্ৰোটিন আৰু উচ্চ ভিটামিন বিশিষ্ট আহাৰ যেনে মাংস, গাখীৰ, ফলমূল আৰু শাকপাচলি আদি বৰ্তমানে চলিছে। এতিয়া গৃহিণীসকলেও উন্নত মানৰ, তৈয়াৰী আৰু আগতে ৰন্ধা আহাৰ কিনিবলৈ পাইছে। গতিকে প্ৰকৃতপক্ষে ওপৰত দেখুওৱা হিচাপতকৈও আহাৰৰ খৰচ কমিছে।

খেতিয়কসকলক বাদ দিলে আৰু ৪০ নিযুত লোক আমাৰ গাঁওৰ অধিবাসী। তাৰ বহুতেই সৰুসুৰা চহকৰা ব্যৱসায় লৈ ব্যস্ত। উপকৰা ১০ নিযুত লোকৰ কামৰ ভিতৰত; কৃষিৰ উৎপাদনসমূহ জমাই ৰখা. পৰিবহন কৰা, ভোগ্যবস্তুৰ ৰূপ দিয়া আৰু বিক্ৰী কৰাই প্ৰধান। অন্যান্য ৬ নিযুত লোকে খেতিয়কসকলক বস্তুৰ যোগান ধৰি সহায় কৰে।

এই সকলোকে লগ লগাওকচোন; অৰ্থাৎ খেতিয়ক, সৰু চহৰৰ দোকানী আৰু বেঙ্ক ব্যৱসায়ী, মাল বিনিময় কৰোঁতা, উৎপাদনৰ ৰূপ দিওঁতা, পাইকাৰী ব্যৱসায়ী, খুচৰা বিক্ৰীৰ ব্যৱসায়ী সকলোৱে মিলি আমাৰ জনসংখ্যাৰ শতকৰা ৪০ ভাগ হব।

তথাপি এতিয়াও আমাৰ বহুতো কৃষি উদ্যোগ বিবেচনাৰ যোগ্য। খোৱা

ত্ৰিশ বছৰৰ সমূহ আইনেৰে ইয়াক আমি ভাৰাক্ৰান্ত কৰিছোঁ। সেই আইনৰ বহুতো এতিয়া অচল।

উদাহৰণস্বৰূপে, আমাৰ নীতিয়ে কেতিয়াবা বহুতৰে মনত এনে ধাৰণাও সুমুৱাই দিয়ে খেতিয়কসকলৰ পৰিশ্ৰমৰ ফল ইমান বেছি হয় যে তাৰ বাবে সিহঁতে কৈফিয়ৎ দিব লগা হয়। ৰপ্তানী বজাৰত আমি "অতিৰিক্ততাৰ" হাত সাৰিবলৈ চেষ্টা কৰিছোঁ বুলি দেখুৱাবলৈ যোৱা মানেই ক্ৰেতাসকলৰ দৃষ্টিত বস্তুৰ মান তুচ্ছ কৰি দিয়া হব। আমি এনে এটা স্তৰত উপনীত হৈছোঁ যে যেতিয়া আমাৰ বিক্ৰীৰ কাৰণে সৰহ পৰিমাণৰ বস্তু থাকে, তেতিয়া পৃথিৱীক কৈ দিব পাৰোঁ যে, আমাৰ বস্তু এটা নিৰ্দিষ্ট স্তৰত শৃঙ্খলাপূৰ্ণভাৱে ভগাই দিয়া হব। খেতিয়ক আৰু আমি সকলোৱে এটা সুস্থিৰ নীতি বিচাৰোঁ। সেই নীতি কোনোৰকম ভ্ৰান্ত ধাৰণাৰে প্ৰভাৱিত নহৈ বাস্তৱ অৱস্থাৰ ওপৰত ভেঁজা দি গঢ় কৰিব!

মোৰ ভয় হয়, আমেৰিকাবাসীয়ে হয়তো এতিয়াও ভালদৰে বুজি উঠা নাই আমাৰ জাতিৰ উন্নতিত খেতিয়কসকলে কি মহান বৰঙণি যোগাইছে। কেতবোৰ বস্তুৰ দাম্‌ী অধিগ্ৰহণ আৰু সংৰক্ষণৰ ফলত উদ্ভৱ হোৱা অসুবিধা সমূহৰ বিষয়ে সংবাদপত্ৰ আৰু আন আন ঠাইত বাৰে বাৰে কথা উঠিছে।

এই অৱস্থা দূৰীকৰণৰ উদ্দেশ্যে ৮৮তম কংগ্ৰেছত মই আইন উত্থাপন কৰিছিলোঁ। সেই আইন অনুসাৰে কংগ্ৰেছ আৰু কৃষি বিভাগে জাতীয় খাদ্য ভঁৰাল স্থাপন কৰিব লাগিব। এইবোৰ আমাৰ জাতীয় নিৰাপত্তা আৰু জনস্বাস্থ্যৰ কাৰণে অপৰিহাৰ্য বুলি ঘোষণা কৰা হব। এনে আইন বহুদিন আগৰেপৰা দৰ্কাৰী আছিল। খাদ্যৰ যথোপযুক্ত সংৰক্ষণ কথাটোৰে আমি কি বুজাব খুজিছে৷ সেইটো ভালদৰে নুবুজিলে বজাৰৰ অৱস্থা জটিল আৰু সংকটপূৰ্ণ হৈ উঠিব! বিশেষকৈ কৃষি উৎপাদনৰ মূল্যৰ ক্ষেত্ৰত গোলমালৰ সৃষ্টি হব। মানুহে প্ৰায়ে অতিৰিক্ত বস্তু আৰু জমাই থোৱা বস্তু এই দুটা একে বুলি ভাবে। কিছুমান বস্তুৰ মুঠ ভঁড়াল তেনেই কম। আমি এটা বিষয়ত সদায় চকু ৰাখিব লাগিব; অৰ্থাৎ খাদ্য এনেদৰে সংগ্ৰহ কৰি ৰাখিব লাগিব যেন ব্যৱসায় অতি বেয়াৰ পিনে ঢাল ললেও জীৱন নিৰ্বাহৰ সুষ্ঠু মানদণ্ড ঠিক থাকিব। এনে ধৰণৰ সংগ্ৰহৰ ভঁড়াল নাথাকিলে ব্যৱসায়ৰ দুৰ্দিনৰ সময়ত ইয়াৰ শক্তি কম হৈ যাব পাৰে, আৰু তেতিয়া ব্যৱসায়ত বহুদিনীয়া অৰ্থ নৈতিক বিঘ্নৰ সৃষ্টি হব।

আৰু এটা সমস্যা আছি খেতিয়কসকলক বাৰে বাৰে জুমুৰি দি ধৰিছে। সেইটো হ'ল যদি বৰ্তমান আইনখনৰ খাদ্য ১৯৬৫ চনত উকলি যোৱাৰ লগে লগে কংগ্ৰেছে গম আইনখন পাছ নকৰে, তেনেহলে খেতিয়কসকলৰ আয় হঠাৎ হ্ৰাস পোৱাৰ সম্ভাৱনা আছে। কেইবা মাহৰ বিচাৰ বিবেচনা আৰু প্ৰত্যেক পামৰ প্ৰতিনিধি, বহুতো নামজাদা পাম অৰ্থনীতিবিদৰ লগত হোৱা আলোচনাৰ ফলস্বৰূপে এই গম আইনখন মই ১৯৬৩ চনত উত্থাপন কৰিছিলোঁ।

মূলতে মোৰ গম আইনে স্বেচ্ছাকৃত সংগ্ৰহ কাৰ্যক্ৰমৰ ওপৰত জোৰ দিছে। ইয়াৰদ্বাৰা ঘৰুৱা বজাৰৰ কাৰণে ২ ডলাৰ গম দিয়াৰ আৰু বিশ্বমেলাত প্ৰতিযোগিতামূলক মূল্যৰ ব্যৱস্থা কৰিছে। আমাৰ ঘৰৰ আৰু বাহিৰৰ কাৰণে প্ৰয়োজনীয়খিনি লাভ কৰাত ই আমাক সহায় কৰিব। কম পৰিমাণ কৰ ভৰিয়ে খেতিয়কসকলে সুন্দৰ আয়ৰ মুখ দেখিব। আকৌ এই আইনৰ যোগে আন্তৰ্জাতিক আইন ভঙ্গ নকৰাকৈয়ে খেতিয়কে বিশ্বমেলাৰ প্ৰতিযোগিতাত অংশ লব পাৰিব।

আমেৰিকাৰ খেতিয়কসকল প্ৰকৃতপক্ষে বিশ্ব বাণিজ্যৰ পৰিবৰ্তনৰদ্বাৰা বিশেষভাৱে আঘাতপ্ৰাপ্ত হৈছে। আমাৰ কৃষিনীতি আৰু ইয়াৰ শ্ৰীবৃদ্ধিৰ ওপৰত প্ৰভাৱ পেলোৱা কেতবোৰ আন্তৰ্জাতিক ঘটনা তুলি দিয়া হ'ল:

খাদ্য শস্য আৰু গম যোগানৰ কাৰণে স্বাধীন পৃথিৱীৰ ওপৰত ছোভিয়েত ইউনিয়ন আৰু প্ৰাচ্য ইউৰোপৰ অতৰ্কিতে হোৱা ধাৰাবাহিক নিৰ্ভৰশীলতা।

এখন পাৰস্পৰিক নিৰ্ভৰতামূলক কৃষি আইন প্ৰস্তুত কৰাৰ কাৰণে "ইউৰোপীয়ান ইকনমিক কমিউনিটিৰ" প্ৰবল প্ৰচেষ্টা।

"ইউৰোপীয়ান ফ্ৰি ট্ৰেড এছোছিয়েছন' বিশেষকৈ যুক্তৰাষ্ট্ৰৰ কৃষি আমদানী সম্পৰ্কীয় নীতিৰ বিশেষ ধৰণৰ পৰিবৰ্তন।

লেটিন আমেৰিকা, এছিয়া আৰু আফ্ৰিকাৰ বৰ্ধিত জনসংখ্যা।

আমাৰ বৈদেশিক নীতিৰ লগত আমাৰ খেতিয়কসকলৰ সম্বন্ধ আৰু সিহঁতৰ প্ৰতিক্ৰিয়াৰ বিষয়ে বিচাৰ কৰি চোৱা যাওক:

যুক্তৰাজ্যৰ খাদ্যৰ পৰিমাণ আৰু মানদণ্ড বঢ়াৰ লগে লগে ইয়াৰ ৰপ্তানীও বৃদ্ধি পাইছে। আমি এতিয়া প্ৰায় ৬ বিলিয়ন ডলাৰ খাদ্য বছৰি ৰপ্তানী কৰোঁ। তাৰে ভিতৰত প্ৰায় ৪·২ বিলিয়ন ডলাৰ কাৰেন্সী বিক্ৰীত ব্যৱহাৰ হয়। আমাৰ বেলেন্স পেমেণ্টৰ হিচাপত দেখা যায় আমাৰ মুঠ ৰপ্তানীয়ে সৰ্বমুঠ

আমদানীক প্ৰায় ২'৪ বিলিয়ন ডলাৰেৰে চেৰাই গৈছে। এতেকে দেখা যায় আমাৰ পৰ্যাপ্ত কৃষিয়ে আমাৰ বেলেঞ্চ পেমেণ্টৰ পৰিস্থিতিক বৃহৎ সহায় কৰিছে।

আমাৰ বেলেঞ্চ পেমেণ্টক চলাই ৰখাৰ উজু পথ হ'ল, আমাৰ খেতিয়ক সকলৰ উৎপাদন-ক্ষমতা ভালদৰে কামত খটুৱাই আগতকৈও অধিক কৃষি ৰপ্তানীৰ উপায় উদ্ভাৱন কৰা। ইউৰোপীয়ান ইকনমিক কমিউনিটিত বিৰোধ নীতিৰ জন্ম হয় তাৰ লগত আমেৰিকাৰ খেতিয়কসকল নিগূঢ়ভাৱে জড়িত, কাৰণ সমূহীয়া বজাৰত পামৰ ৰপ্তানীৰ কি হব পাৰে সেইটো এই নীতিয়ে নিৰ্ধাৰিত কৰি দিয়ে। কংগ্ৰেছে আমাৰ ৰাষ্ট্ৰপতিক 'ট্ৰেড এক্সপান্সন এক্ট'ৰ জৰিয়তে বৃহৎ বাণিজ্যৰ সুবিধা কৰিবলৈ ক্ষমতা দিছে। এই ক্ষমতা আমাৰ কৃষি ৰপ্তানী দ্ৰব্যৰ শুল্ক আৰু আন আন বস্তু ৰেহাই কৰি লোৱা চেষ্টাত লগোৱা হব।

ইউৰোপৰ সমূহীয়া বজাৰত ৰপ্তানীৰ সম্ভাৱনীয় পৰিস্থিতিৰ এটি উল্লেখযোগ্য উদাহৰণ ইয়াত তুলি দিয়া হ'ল। EEC দেশবোৰৰ বৰ্তমান মুঠ জনসংখ্যা প্ৰায় ১৭৫ নিযুত। এই সংখ্যা ধীৰ গতিত বাঢ়িয়ে আছে। তাৰ কৰ্মীসকলৰ বানচ দ্ৰুত গতিত বাঢ়িয়ে আছে। যেতিয়া কম পৰিমাণৰ আয়প্ৰাপ্ত লোকসমষ্টিৰ বানচ বৃদ্ধি হয় তেতিয়া প্ৰায়ে সিহঁতে উপকৰা আয়েৰে প্ৰথমতে অধিক মাংস কিনে। ইউৰোপীয়ান ইকনমিক কমিউনিটিত মাংসভক্ষকৰ সংখ্যা বৃদ্ধি হৈছে। গড় হিচাপৰ প্ৰতিজন মানুহে ১৯৫৫-৫৬ চনত মাংস ভক্ষণ কৰিছিল ১০১ পাউণ্ড। তাৰ পিছৰ ১৯৬০-৬১ চনত সেই সংখ্যা বাঢ়িগৈ মানুহে প্ৰতি ১১৮ পাউণ্ড হ'ল। মাংস ভক্ষণ বৃদ্ধি হোৱাৰ লগে লগে খাদ্য আৰু প্ৰোটিন আহাৰৰ প্ৰয়োজনো বাঢ়িছে।

এই মানুহখিনিয়ে যদি মাংসভক্ষণৰ পৰিমাণ যুক্তৰাষ্ট্ৰৰ per capita স্তৰলৈ উঠাই নিয়ে তেন্তে বৰ্তমানে লগা খাদ্য আৰু প্ৰোটিন জাতীয় আহাৰৰ কেইবা গুণো বেছি পশু আমদানী কৰিব লাগিব। এইটোৱে যুক্তৰাষ্ট্ৰৰ কৃষি আৰু উদ্যোগক উৎপাদন আৰু ৰপ্তানীৰ কাৰণে ডাঙৰ সুযোগ আনি দিব। ইয়াৰদ্বাৰা পামৰ আয় আৰু পামৰ বাহিৰৰ আয় বাঢ়িব আৰু লগতে ব্যৱসায়ৰ বেলেঞ্চ ৰক্ষাত বিশেষ সাহায্য কৰিব। পৃথিৱীৰ অন্যান্য ঠাইতো এনেকুৱা আৰু নানান সুবিধা ওলাব, যদিহে আমি অন্যান্য ক্ৰেতাসকলৰ লগতে প্ৰতিযোগিতাত অৱতীৰ্ণ হওঁ। এটা যুক্তিপূৰ্ণ দামত আমি শ্ৰেষ্ঠ মানবিশিষ্ট বস্তু দিব পাৰিব

লাগিব। যেতিয়া বাহিৰৰ বাণিজ্য বজাৰত কোনো এবিধ বস্তু প্ৰতিযোগিতাত অৱতীৰ্ণ হয় তেতিয়া তাৰ দাম আৰু মানদণ্ডৰ কথাই বেছিকৈ আহে। তাক অন্য একো বস্তুৰে পৰিপূৰণ কৰা নাযায়।

ৰাজহুৱা আইন ৪৮০ ৰ যোগে ১৯৫৫ চনত স্থাপিত হোৱা "ফুড ফৰ পিচ প্ৰগ্ৰেম" ( শান্তিৰ বাবে আহাৰ কাৰ্যক্ৰম ) অনুসৰি অনুন্নত দেশবোৰৰ কাৰণে খাদ্য এটা প্ৰয়োজনীয় অৰ্থ নৈতিক সাহায্যত পৰিণত হৈছে। আমাৰ খেতিয়ক সকলৰ উৎপাদন ক্ষমতাৰ গুণতে এই প্ৰচেষ্টা সম্ভৱ হৈছে।

তলৰ কথাখিনিলৈ মন কৰক :

"ফুড ফৰ পিচ প্ৰগ্ৰেম" উপস্থিতিৰ ন বছৰ কালৰ ভিতৰতে আমি প্ৰায় ১৩ বিলিয়ন ডলাৰৰ এক বৃহৎ পৰিমাণ খাদ্য জাহাজত সাগৰৰ সিপাৰে পঠিয়াবলৈ সক্ষম হৈছিলোঁ। ঠিক সেই সময়ৰ ভিতৰতে ডলাৰ বিক্ৰীৰ সংখ্যা হৈছিল ২৬ বিলিয়ন। যোৱা দুই-তিনি বছৰৰ ভিতৰত আমৰ খাদ্যদানৰ পৰিমাণ বহু বাঢ়িছে।

বৰ্তমানে ১০০ নিযুত অভুক্ত জনতাৰ পৰিপূৰক আহাৰ হিচাপে ই কামত লাগিছে। সকলো বস্তুৰে তিনি-চতুৰ্থাংশ এতিয়া ল'ৰা-ছোৱালীৰ বাবে ব্যয় কৰা হব। সেইটো বিশেষকৈ স্কুলীয়া আহাৰ যোগান, অন্যান্য পুষ্টিকাৰক খাদ্য সংস্থা আৰু পৰিয়াল পোষণ পৰিকল্পনাৰ যোগেদি দিয়া হব। এই ব্যৱস্থাত ল'ৰাৰ মাক-দেউতাকেও অংশ লৈ কামৰ বিনিময়ত আহাৰ পাব।

"ফুড ফৰ পিচ প্ৰগেম"ৰ এটা বিষয়ে মোক বৰ সন্তোষ দিছে। ইয়াৰদ্বাৰা ৯১খন দেশৰ ৪০ নিযুত ল ৰাছোৱালীক স্কুলীয়া আহাৰৰ যোগান ধৰা হৈছে। পৃথিৱীৰ কিছুমান অঞ্চলত এনেদৰে লাভ কৰা খোৱাবস্তু ল'ৰাছোৱালীহঁতৰ গোটেই দিনটোৰ একমাত্ৰ উপাদেয় আহাৰ। বহুতো ল'ৰাছোৱালীকে সেই এসাজ আহাৰ পোৱাৰ কাৰণেই স্কুললৈ যাবলৈ উৎসাহিত কৰা হয়। ক্ষতিগ্ৰস্থ অঞ্চলবোৰৰ শিক্ষকসকলে মোক কৈছে যে ল'ৰাছোৱালীৰ শিক্ষাৰ ক্ষমতা তীব্ৰভাৱে বৃদ্ধি পাইছে।

আমি এটা অভিনৱ কাৰ্যক্ৰমৰ অৱতাৰণা কৰিছোঁ। ইয়াৰদ্বাৰা বানচৰ সলনি কৰ্মীক আহাৰ দিয়া হব। ৰাস্তা আৰু স্কুল নিৰ্মাণ, জলসিঞ্চন-ব্যৱস্থা, বাসগৃহ, ৰাজহুৱা ঘৰ-বাৰী আৰু নতুন অঞ্চল আবিষ্কাৰ আদি কাৰ্যৰ মূল্য হিচাপে আহাৰ দিয়া হব। এই কাৰ্যক্ৰমৰ ফলত কৰ্মীসকলে সিহঁতৰ পৰিয়ালৰ

প্ৰয়োজনীয় আহাৰ সংগ্ৰহ কৰিব পাৰিছে লগতে স্বকীয় সমষ্টিবোৰৰ উন্নতি সাধনত মনোনিবেশ কৰিব পাৰিছে।

বহুতো নতুনকৈ উঠি অহা গণতান্ত্ৰিক নীতি অনুসৰণ কৰা দেশৰ বাবে আমেৰিকাৰ আহাৰ এটা স্থায়ী শক্তিত পৰিণত হৈছে।

অৰ্থনৈতিক অৱস্থাই সহায় কৰিলে "ফুড ফৰ পিচ"ৰদ্বাৰা সাহায্যপ্ৰাপ্ত জাতিবোৰে ডলাৰৰ বজাৰৰ কাৰণে উপযুক্ত হব পাৰে। কিছুবছৰ আগলৈকে "ফুড ফৰ পিচ"ৰদ্বাৰা সাহায্যপ্ৰাপ্ত জাপানেই আমেৰিকাৰ পাম-উৎপাদিত বৃহৎ পৰিমাণৰ বস্তু ক্ৰয় কৰা একমাত্ৰ দেশ আছিল। জাপানীসকলৰ আমেৰিকাৰ গম, গাখীৰ, বনজাত তেল, শস্য উৎপাদন আদিৰ ওপৰত এটি ধাউতি জন্মিছে। এই ধাউতি বিশেষকৈ স্কুলীয়া আহাৰকে ধৰি "ফুড ফৰ পিচ"ৰ দানক কেন্দ্ৰ কৰি গঢ়ি উঠিছে। যুক্তৰাষ্ট্ৰৰ পাম উৎপাদন স্পেইনৰ বজাৰত বছৰি ৭০ নিযুত ডলাৰ বিক্ৰি হয়। "পাব্লিক ল ৪৮০"ৰে চালিত "মাৰ্কেট ডেভলপ্‌মেণ্ট ফাণ্ডে" (বজাৰ উন্নয়ন তহবিল) এই চাহিদা সৃষ্টিত নিয়োজিত হৈছে। কেইবছৰমানৰ আগতে ছয়াবীন উদ্যোগে "ফুড ফৰ পিচ"ৰ জৰিয়তে স্পেইন চৰকাৰকে আমাৰ কেতবোৰ ছয়াবীন কেবল ব্যৱহাৰ কৰি চাবলৈ উচটাইছিল। ততালিকে ছয়াবীন তেলৰ বিক্ৰী বৈদেশিক কাৰেঙ্গীৰ ঠাইত অধিক হিচাপত বিক্ৰী হবলৈ ধৰিলে। বৰ্তমানে স্পেইন আমাৰ ছয়াবীন তেলৰ সৰ্ববৃহৎ ক্ৰেতা।

কুৰি শতিকাৰ বুৰঞ্জী যিদিনাখন কোনোবাই লিখিবলৈ বহিব সেইদিনা একমাত্ৰ এইদেশে উদ্ভাৱন কৰা "ফুড ফৰ পিচ প্ৰগ্ৰেম" শ্ৰেষ্ঠ গঠনমূলক প্ৰয়াস হিচাপে চোৱা হব। আমাৰ খেতিয়কসকলৰ প্ৰচুৰ উৎপাদন ক্ষমতা বিনে এইটো সম্ভৱ নহলহেঁতেন।

যুক্তৰাষ্ট্ৰৰ কৃষি-বিভাগত "দি ইকনমিক ৰিছাৰ্চ ছাৰ্ভিচে" অলপতে এটা গুৰুত্বপূৰ্ণ অধ্যয়ন সমাধা কৰিছে। এটা মূল প্ৰশ্ন এই দৰে তোলা হৈছে: চাৰি শতিকাতকৈও কম সময়তে দুগুণতকৈ অধিক অৰ্থাৎ ৩—৬ বিলিয়ন জনসংখ্যাৰ কাৰণে পৃথিৱীয়ে কিদৰে আহাৰ উৎপাদন কৰিব?

তথাকথিত উন্নত পৃথিৱীত আহাৰ্য বস্তু ধীৰে ধীৰে উন্নত হৈছে। আজি পশ্চিমৰ ক'তো আহাৰ ঘাটি পৰা নাই। কিন্তু কম উন্নত দেশবোৰৰ প্ৰায় সকলোতে যেনে এছিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাত আহাৰ ঘাটি পৰে। তাৰ জনসংখ্যা খাদ্য উৎপাদনতকৈ বহুবেছি দ্ৰুত গতিৰে বাঢ়িছে। প্ৰকৃতপক্ষে ১৯০০ চনৰ আগৰেপৰা তাৰ মানুহে পুষ্টিহীনতা বেমাৰত ভুগিছে। আগত

বহুখিনি কম উন্নত অঞ্চলবোৰে সেই একে নিম্ন মানবিশিষ্ট আহাৰ্যৰে বহু বেছি মানুহৰ পৰিপোষণ কৰাত ডাঙৰ অসুবিধাৰ সন্মুখীন হ'ব।

ন ন দেশৰ উদ্ভাবন আৰু উদীয়মান প্ৰেৰণাৰ যুগত আমি এই প্ৰত্যাহ্বান গ্ৰহণ কৰিব লাগিব। মানুহে সাধাৰণ স্বাস্থ্যৰ কাৰণে অপৰিহাৰ্য অধিক প্ৰোটিনযুক্ত, 'ফেট'যুক্ত আৰু অন্যান্য পুষ্টিকাৰক অধিক পৰিমাণৰ উন্নত আহাৰৰ প্ৰয়োজন অনুভৱ কৰিছে। "ইকনমিক ৰিছাৰ্চ চাৰ্ভিচে" দেখুৱাইছে যে, এই শতিকাৰ শেষত কম উন্নত অঞ্চলবোৰে প্ৰতিজন মানুহৰ ক্ষেত্ৰত এতিয়াতকৈ শতকৰা ২০ ভাগ খাদ্য বৃদ্ধি কৰিবলৈ হলে, আমদানিৰ পৰিমাণ বহুত বঢ়াই দিয়াৰ উপৰিও সমগ্ৰ বিশ্বৰ বৰ্তমান উৎপাদনৰ প্ৰায় সমধিক খাদ্য উৎপাদন কৰিব লাগিব।

সেই দেশবোৰে সীমাবদ্ধ সম্পদৰ মাজেদিয়ে খাদ্য উৎপাদনত বছৰি এটা বৰ্ধিত গতি লাভ কৰিব লাগিব। আকৌ সেই বৰ্ধিত গতি উত্তৰ আমেৰিকা আৰু শিল্পপূৰ্ণ পশ্চিমৰ তথাকথিত চহকী সমাজে লাভ কৰা স্তৰতকৈ ভালেখিনি বেছি হ'ব লাগিব।

আজিৰ পৃথিৱীত প্ৰতিচেকেণ্ডত কুৰিটাকৈ শিশুৰ জন্ম হয়। আকৌ প্ৰতিদিনে জন্ম পায়, ৩৯০,০০০তকৈ সৰহ। অস্বাভাৱিক বৰ্ধিত গতিৰ ফলাফল কি দীৰ্ঘম্যাদী বোজা হৈ উঠিব, মানুহে সেই বিষয়ে ভাবিয়ে পোৱা নাই। যুক্তৰাষ্ট্ৰই হিচাপ কৰি পাইছে, এই শতিকাৰ শেষত বিশ্ব জনসংখ্যাৰ লগত আৰু প্ৰায় ৩·৫ বিলিয়ন মানুহ যোগ হ'ব। তাৰ বেছিভাগেই কম উন্নত, দেশবোৰত যোগ হ'ব; যিবোৰে সিহঁতক খোৱাৰ যোগান দিয়াত ব্যৰ্থ হ'ব। ২০০০ শতিকাত কেৱল এছিয়াতে বৰ্তমান সমগ্ৰ বিশ্বৰ জনসংখ্যাতকৈ বেছি হ'ব।

কম-উন্নত দেশবোৰৰ ওপৰত দুটা বোজা পৰিছেহি; পশ্চিম অঞ্চলতকৈ দুগুণ বেছি জনসংখ্যা বৃদ্ধি, সেই অনুপাতে অতি কম মাটি, পানী আৰু অন্যান্য প্ৰাকৃতিক সম্পদ। 'মানুহ অধ্যুষিত অঞ্চলৰ' অনুপাতৰ ভাৰসাম্যৰ বাহিৰলৈ গৈছে। যেহেতু উৎপাদনৰ কাৰণে অধিক নতুন মাটি অধিগ্ৰহণ কৰিব পৰা নাযায় গতিকে খাদ্য উৎপাদনৰ ক্ষেত্ৰত একমাত্ৰ মুক্তিৰ উপায় হ'ল প্ৰতি একৰ মাটিত অধিক উৎপাদন কৰা।

যুদ্ধৰ আগতে এছিয়াই ২ নিযুত মেট্ৰিক টন খাদ্য শস্য বছৰি ৰপ্তানী কৰিছিল। ১৯৬০-৬১ চনত ই মুঠ ১৩ নিযুত মেট্ৰিক টন খাদ্য শস্য বছৰি আমদানি কৰিছিল।

১৯৬৩ চনৰ শেষ ভাগত লেটিন আমেৰিকা বিশ্ব খাদ্য শস্য বজাৰৰ ("ৱাৰ্ল্ড ফুড মাৰ্কেট") প্ৰধান যোগান ধৰোঁতা আছিল। উত্তৰ আমেৰিকা আৰু ওচেনিয়াক লগ লগালে যিমান হয় তাতকৈ অধিক খাদ্য শস্য ই বপ্তানী কৰিছিল। ১৯৬০-৬১ চনত এই অঞ্চলে বৃহৎ পৰিমানৰ জনসংখ্যাক উত্তৰ বিশ্বৰ আহাৰ্যৰে পোষণ কৰাৰ কাৰণে খাদ্যশস্য আমদানি কৰিছিল।

পশ্চিম ইউৰোপ বহুদিনৰেপৰা পৃথিৱীৰ ভিতৰত বৃহৎ খাদ্যশস্যৰ বজাৰ হিচাপে গণ্য হৈ আহিছে। আমি আগতে কৈ অহাৰ দৰে ছোভিয়েত ইউনিয়নে প্ৰাচ্য ইউৰোপৰ দেশবোৰৰ সমানে খাদ্যশস্য বপ্তানী কৰিছিল; কিন্তু পিছলৈ যথেষ্ট পৰিমাণে ঘাটি পৰাত বৃহৎ পৰিমাণৰ আমদানিৰ দৰ্কাৰ হ'ল।

ইয়াৰ পিছত কেৱল উত্তৰ আমেৰিকা আৰু ওচেনিয়াই খাদ্য শস্যৰ বৃহৎ যোগনীয়া হৈ থাকিল। এতিয়া দেখা গৈছে, উত্তৰ আমেৰিকাৰ প্ৰয়োজন বাঢ়ি গৈছে।

পৃথিৱীৰ এই সমস্যাৰ সমাধান কৰিবলৈ হলে বছৰি পৃথিৱীক লগাথিনি খাদ্য আৰু সম্পদৰ পৰিমাণ পুনঃ নিৰ্ধাৰণ কৰিব লাগিব। তাৰ উপৰি বতৰৰ অনিশ্চয়তাৰ সন্মুখীন হব পৰাকৈ বিশ্ব খাদ্য সংগ্ৰহৰ ওপৰত আমি নকৈ দৃষ্টিপাত কৰিব লাগিব। অলপ কেইবছৰৰ ভিতৰতে বতৰৰ পৰিবৰ্ত্তনে চীনৰ মধ্যাঞ্চলৰ খাদ্যশস্য নিৰ্মূল কৰি পেলোৱাত উত্তৰ আমেৰিকা আৰু ওচেনিয়াৰ সংগৃহীত অতিৰিক্ত খাদ্যশস্যই তাত ৰক্ষা কাৰ্যত অৱতীৰ্ণ হৈছে। ১৯৬৩ চনত এই সংগৃহীত অতিৰিক্ত খাদ্যশস্যই ছোভিয়েত ইউনিয়ন আৰু প্ৰাচ্য ইউৰোপৰ ঘাটি পূৰণত ব্যৱহাৰ কৰা হৈছিল। ১৯৬৩-৬৪ চনৰ খেতিৰ বতৰৰ শেষৰ ফালে যুক্তৰাষ্ট্ৰ চৰকাৰৰদ্বাৰা সংগৃহীত খাদ্যৰ অতিৰিক্ত ভঁড়াল একেবাৰে কমি গৈছিল।

কিমানদিনলৈ ছোভিয়েত ইউনিয়ন আৰু প্ৰাচ্য ইউৰোপৰ ওপৰেদি বেয়া বতৰৰ ঘূৰ্ণী বৈ যায় আমি সঠিককৈ কব নোৱাৰোঁ। এইটোও আমি কব নোৱাৰোঁ, উত্তৰ আমেৰিকাৰ সন্তোষজনক শস্যপূৰ্ণ বছৰবোৰ কিমান সোনকালে যথেষ্ট পৰিমাণে কম উৎপাদনকাৰী হৈ পৰিব। বৰ্ত্তমানৰ এনে এটা পৰিস্থিতিত ভৱিষ্যতক প্ৰত্যক্ষ কৰাৰ কাৰণে আমি সচেষ্ট হব লাগিব। শস্যৰ ক্ষেত্ৰত বতৰৰ প্ৰয়োজনীয়তাক আমি কম প্ৰাধান্য দিব নালাগিব। আইওৱা ষ্টেট বিশ্ববিদ্যালয়ৰ সংযুক্ত "ডীন অব এগ্ৰিকালচাৰ" এম্. থমছনে অলপতে এখন পানী গৱেষণা আলোচনা-চক্ৰত এইদৰে মন্তব্য কৰিছিল: "১৯৫০ চনৰপৰা

১৯৬০ চনৰ ভিতৰত হোৱা উৎপাদন (খাদ্য শস্য) বৃদ্ধিৰ প্ৰায় আধাখিনি সন্তোষজনক বতৰৰ ফল বুলিব পাৰি, আৰু তাৰ আধাহে টেকনোলজিৰ কাৰণে বৃদ্ধি হৈছিল।" লগতে তেওঁ এই মন্তব্যও কৰিছিল; "আইওৱাৰ শস্য উৎপাদনৰ গড় হিচাপৰ পৰিবৰ্তিত গতিয়ে টেক্‌নোলজিৰ ব্যৱহাৰতকৈ বতৰৰ ধাৰাহে ভালদৰে বৰ্ণাব পাৰে।"

ভবিষ্যতৰ বিষয়ে কিছু অন্তৰ্দৃষ্টি লাভ কৰিবলৈ আমি বহু বছৰজুৰি অতীতৰ বতৰ-বিজ্ঞানৰ অধ্যায়ন কৰিছোঁ। আমি এই অভিজ্ঞতা আৰু বৰ্তমানৰ গবেষণা —অধ্যয়নেৰে আমাৰ প্ৰস্তুতিৰ পথ নিৰ্মাণ কৰিব লাগিব।

প্ৰায়ে কৃষি নীতিৰ সমস্ত কথাটো বিশেষকৈ বৰ্তমান বিশ্বত ইয়াৰ অপৰিহাৰ্যতাক ৰাজনৈতিক দৃষ্টিভঙ্গীৰেহে বিবেচনা কৰা হৈছিল। অৰ্থনৈতিক দিশৰপৰা চোৱা নহৈছিল। গতিকে ইয়াৰ গতি নিৰ্ধাৰণ কাৰ্য মূল সমস্যা সমাধানৰ পক্ষপাতী নহয়গৈ। আমি প্ৰায়ে আধকৰা আৰু সাময়িক ব্যৱস্থাৰে আমাৰ দায়িত্বসমূহৰ হাত সাৰোঁ।

আজি এই দেশীয় কৃষি নীতিবোৰ পৰীক্ষা কৰি চাবলৈ এখন উচ্চস্তৰৰ বৈতদলযুক্ত কমিছনৰ একান্ত প্ৰয়োজন হৈছে। ইয়াৰ সভ্যসকলৰ ভিতৰত সমাজৰ সকলোস্তৰৰ বিশেষকৈ খেতিয়ক, গ্ৰাহক, ব্যৱসায়ী আৰু চৰকাৰৰ প্ৰতিনিধি থাকিব। ইয়াৰ বিশেষ কাম হব, জাতীয় আৰু বিশ্ব অৰ্থনীতিত কৃষিৰ প্ৰকৃত ভূমিকা সম্পৰ্কে মূল্যায়ন কৰা। তলত এই আলোচনাৰ অন্তৰ্ভুক্ত প্ৰধান প্ৰধান বিষয়ৰ উল্লেখ কৰা হ'ল।

(১) বজাৰত পাম-উৎপাদিত বস্তুৰ সুন্দৰ সুব্যৱস্থা কৰা লগতে বস্তু সংৰক্ষণ, পৰিবহন আৰু বিক্ৰীৰ ক্ষেত্ৰত আহি পৰা বিভিন্ন অৰ্থনৈতিক প্ৰয়োজনীয়তাৰ পাৰস্পাৰিক সম্বন্ধৰ ওপৰত জোৰ দিব লাগিব।

(২) ইউৰোপৰ ইকনমিক কমিউনিটি, লেটিন আমেৰিকা, এছিয়া আৰু ছোভিয়েত ব্লকৰ দেশসমূহৰ লগত আমাৰ বাণিজ্যিক সম্বন্ধৰ খবৰ লোৱা।

(৩) গ্ৰামাঞ্চলৰ দাৰিদ্ৰ্য বৃদ্ধি আৰু পামৰ আয় হ্ৰাসৰ কাৰণ সম্পৰ্কে পূৰ্ণ পৰ্যালোচনা লগতে সমস্যা সমাধানৰ উপায় দান। এই বিষয়ত ব্যয় কৰা পুঁজিৰ ব্যৱহাৰৰ আমি এটা বস্তুবাদী খচৰা বিচাৰোঁ। তাৰ উপৰি এই কামত লাগি থকা ৭৫,০০০ গাঁও উন্নয়ন সমিতিৰ সভ্যসকলক সৰ্বোত্তম উপায়েৰে সাহায্য কৰিব পাৰোঁ। সেইটোও আমি জনা দৰ্কাৰ।

(৪) চৰকাৰৰ গবেষণা আৰু শিক্ষা ব্যৱস্থাৰ এটি বিবেচনাপূৰ্ণ সমালোচনা।

সম্ভৱতঃ এই বিষয়ত কেতবোৰ অনুষ্ঠানৰ দৰ্কাৰ হৈ উঠিছে। এইবোৰে তাৰ কামকাজৰ পৰিৱৰ্তন ঘটাব। অৰ্থাৎ কৃষিৰ মাজত যেহি ধৰণে সমিলমিল ঘটোৱা আৰু নতুন বিধি প্ৰয়োগ আৰু ন ন বজাৰ আৱিষ্কাৰ কৰাত ই মন দিব।

(৫) গম, ডেয়াৰী উৎপাদিত বস্তু, খাদ্য শস্য, বস্তুজাত তেল, কপাহ আৰু আন আন বস্তুৰ বিষয়ত চৰকাৰৰ কাৰ্যক্ৰমৰ পৰ্যালোচনা। লগতে "কমডিটি ক্ৰেডিট কৰ্পোৰেচনৰ" প্ৰকৃত ভূমিকা সম্পৰ্কে এটি পৰ্যালোচনা।

(৬) পাব্লিক ল-৪৮০ৰ এটি পুঙ্খানুপুঙ্খ বৰ্ণনা ; আৰো আমৰ "ফুড ফৰ পিচ প্ৰগ্ৰেম" বাণিজ্যিক বজাৰত আঘাত নিদিয়াকৈয়ে কিদৰে আহল-বহল কৰিব পৰা যায় সেই বিষয়ে এটি ইঙ্গিত দান।

যদি এইটো আমাৰ চৰকাৰৰদ্বাৰা অনুষ্ঠিত হ'লহেঁতেন, তেন্তে এনে এটি দ্বৈতদলযুক্ত কমিচনে আমাক বহুতো কথা শিকাব পাৰিলেহেঁতেন। আমাৰ কিছুমান আৰ্থ ৰাজনীতি আৰু আমাৰ কিছুমান ভুল ধাৰণাৰপৰা হাত সৰাত ই আমাক সহায় কৰিব পাৰিলেহেঁতেন।

# ॥ জীৱনৰ মান ॥

আমিয়েই প্ৰকৃত বিপ্লৱৰ মান ৰক্ষাকাৰী; আমাৰ সেই আন্দোলন অত্যাচাৰীৰ বিৰুদ্ধে হোৱা গণতান্ত্ৰিক বিপ্লৱ। আমাৰ শক্তি অকল আমাৰ সেনাবাহিনীৰ কৰ্মক্ষমতাৰ মাৰফত বিচাৰ কৰিলে নহ'ব; তাৰ জোখ লব লাগিব আমাৰ উদ্যোগ বা আমাৰ কাৰিকৰী বিষয়ত। আমাৰ অস্ত্ৰ-শক্তিৰে আমি স্মৰণীয় হৈ নাথাকোঁ; বৰং আমাৰ মমতা-অনুকম্পা আৰু মানৱ-কল্যাণৰ উদ্দেশ্যে নিজক বিলীন কৰি দিহে আমি চিৰস্মৰণীয় হৈ থাকিম।

এনে কল্যাণ সাধিবলৈ হলে সামাজিক আৰু জগতে যান্ত্ৰিক আবিষ্কাৰৰ পূৰ্ণ সুযোগ আমি দিব লাগিব। এই জাতিৰ প্ৰতিষ্ঠাতাসকলে এইটো বুজিয়ে 'সুখ অন্বেষণৰ' মনোজ্ঞ পৰিবেশ সৃষ্টিত নজৰ দিছিল। তেওঁলোকে মানুহৰ আধ্যাত্মিক সত্তাৰ পৰিচয় পাইছিল; তাৰ লগে লগে বুজিছিল বুদ্ধি আৰু আবেগৰ সাৰ্থকতা। তেওঁলোকে এইটোও জানিছিল যে, মানৱ জীৱনৰ দুঃখ আৰু আনন্দৰ কিছুথিনিহে বাস্তৱৰ বুকুৰপৰা বুটলি লোৱা যায়।

প্ৰত্যেক মানুহৰে নিজা নিজা পাৰদৰ্শিতা অন্তৰপৰা পৃথক। অকল এখন মুক্ত সমাজতহে মানুহৰ এই স্বকীয় পাৰদৰ্শিতাৰ স্ফুৰণ সম্ভৱ হব পাৰে। ইতিহাসৰ পাত মেলিলে দেখিম, অতীতক বাদ দি বৰ্তমান সময়তহে আমি মানুহৰ পাৰদৰ্শিতাৰ বহু বেছি স্ফুৰণ সাধিছোঁ। আমেৰিকাৰ উদ্যোগসমূহৰ উৎপাদন-ক্ষমতা ইয়াৰ এটি জলন্ত উদাহৰণ। এই সক্ৰিয়ক্ষমতা আমি মানৱজীৱনৰ সাংস্কৃতিক আৰু আধ্যাত্মিক দিশটোলৈ বোৱাই দিব লাগিব। আমি এতিয়া এইটো প্ৰমাণ কৰি দেখুৱাব লাগিব যে স্বাধীনতাৰ বেদীত মানৱ-ভ্ৰাতৃত্বই যি কোনো বাস্তৱবাদী পদ্ধতিতকৈ বিশ্বৰ মানৱসমাজৰ সৃজন-কল্পনা জগাই তুলিবলৈ অধিক ক্ষমতাশালী। এইবোৰ কথালৈ লক্ষ্য ৰাখি বিশ্বভ্ৰাতৃত্বক আগতে কাহানিও আমাৰ জাতীয় নিৰাপত্তাৰ শক্তিশালী অস্ত্ৰ হিচাপে গণ্য কৰা নহৈছিল।

মোৰ ধাৰণা হৈছে, কাইলৈৰ আমেৰিকা প্ৰকৃত আধ্যাত্মিক গুণৰাজি আৰু সাংস্কৃতিক সমন্বয়ৰ ক্ষেত্ৰত বিশ্বৰ কেন্দ্ৰপতি স্বৰূপ হৈ উঠিব। মানৱৰ আকাশচুম্বী আশা-আকাংক্ষা আৰু সফলতাৰ নিচান হ'ব এই দেশ। এইদেশ বহু জাতি আৰু বহু ধৰ্মী মানুহৰ বাসস্থান হৈ পৰিব; সৰ্বধৰ্মী মানৱৰ মাজত

থাকিব পাৰস্পাৰিক বুজাবুজিৰ ভাব। তাৰ মাজতেই তেওঁলোকে স্বকীয় অনন্তসাধাৰণ ঐতিহ্যবাশিক হৃদয়ৰ ফুল দি পূজা কৰিব। আগতে কাহানিও নোহোৱা-নোপোজা এখন ঠাই হব এই দেশ। নিযুত নিযুত লোকৰ ক্রিয়াশীলতা আৰু বাধাহীন প্ৰতিভাৰ আলোকত প্ৰাণ সঞ্চাৰ হব এইদেশৰ ধমনীত।

সেইদিন সমাগত। কিন্তু তাৰ দ্ৰুত আগমনৰ পথ পৰিষ্কাৰ কৰিবলৈ হলে আমেৰিকাবাসীৰ সুন্দৰ, মানৱীয় আবেদনপূৰ্ণ চৰিত্ৰৰ সংস্কাৰ সাধি উন্নত কৰি তোলাৰ বাবে প্ৰচেষ্টা চলাব লাগিব। আমাৰ আদৰ্শৰ অনুগত কৰি ৰূপ দিব লাগিব সেই চৰিত্ৰ। আমাৰ সামাজিক সংজ্ঞাসমূহ বা মানৱীয় সম্পৰ্কবাজিয়ে, আমাৰ কৰিকৰী বিদ্যা আৰু অভ্যাসক ঠিকভাৱে ধাৰণ কৰি লব পৰা নাই। যি কাৰিকৰী বিদ্যাৰ বলত সমূহীয়া ধ্বংসকাৰ্যৰ বাবে অস্ত্ৰ উৎপাদন কৰা হয়, তাক এতিয়াও এনেবোৰ সম্ভাৱনীয় বাস্তৱ অঘটনৰ ক্ষেত্ৰত প্ৰয়োগ কৰা হোৱা নাই। যেনে, বিশ্বৰ বুকুৰপৰা ৰোগ-শোক নিবাময় কৰা, মানৱজাতিক শিক্ষা দান, পৃথিৱীৰ দৰিদ্ৰসকলক খোৱা-পিন্ধা দিবলৈ মাটিৰ বুকুৰপৰা খাদ্য আৰু সুঁতা আহৰণ ইত্যাদি। তাকে কৰিবলৈ হলে সামাজিক কল্যাণ আৰু সামাজিক ন্যায়ৰ সংজ্ঞাবোৰ আন্তৰ্জাতিক গুণেৰে ৰূপায়িত কৰিব লাগিব। আমি যি লক্ষ্যৰ সন্ধানত আগবাঢ়ি যাওঁ, বিশ্বজুৰি সমূহ মানৱৰ কাৰণেও সেই একেই লক্ষ্যৰ সন্ধান কৰিব লাগিব।

আমি এটা সম্ভাৱনাময় প্ৰলয়ঙ্কৰী যুগত বাস কৰিছোঁ; অৱশ্যে আমাৰ প্ৰাকৃতিক বিজ্ঞানে তাৰ জন্ম দিছে। আনহাতে আমি এটা সম্ভাৱনাময় আৰু গৌৰৱময় যুগত বাস কৰিছোঁ; অৰ্থাৎ আমাৰ মন আৰু মনীষা লগ হৈ সেই গৌৰৱময় ইতিহাস ৰচনা কৰিব পাৰে। এই আমেৰিকাৰ প্ৰকৃত শক্তি লুকাই আছে, ইয়াৰ স্বাধীন সমাজত, ইয়াৰ ঐতিহ্যৰ মানদণ্ডত আৰু জনগণৰ মাজত যি জনগণ স্বাধীনতা আৰু সামাজিক ন্যায় লাভৰ বাবে দৃঢ়সঙ্কল্প।

## ॥ আমাৰ শিক্ষা আৰু যুৱক সমাজ ॥

আমাৰ সন্মুখত উপস্থিত হোৱা সকলো ধৰণৰ প্ৰত্যাহ্বানৰ মাজতে একেটা বস্তুৰ প্ৰভাৱ উপলব্ধি কৰা যায়, সেই এটা শব্দ বাৰে বাৰে মনত প্ৰতিধ্বনি তোলেহি অৰ্থাৎ শিক্ষা। যেতিয়া নিৰস্ত্ৰৰা সমস্যাৰ কথা কওঁ, আমাৰ অৰ্থনৈতিক বিবৃদ্ধি সাধনৰ কথা ভাবোঁ, আমাৰ নিজৰ উন্নতি সাধি জীৱনৰ আনন্দ বৰ্দ্ধনৰ চেষ্টা কৰোঁ, আৰু আমাৰ অনুষ্ঠানসমূহত নকৈ প্ৰাণসঞ্চাৰ কৰিবলৈ বিচাৰোঁ বা

যেতিয়া শীতল যুদ্ধত জয়লাভ কৰা ইত্যাদি নানান ধৰণৰ সমস্যাৰাজিয়ে আমাক ভুমুকি দি ধৰে, তেতিয়াও তাৰ মূলতে থাকে এই শব্দটো। এটা অৰ্থত এই সমস্ত পুথিখনত শিক্ষাৰ প্ৰয়োজনীয়তা আৰু ভূমিকা সম্পৰ্কেই বৰ্ণনা কৰা হৈছে। এই অধ্যায়ত আলোচনা কৰা হৈছে শিক্ষাৰ মূলগত অৰ্থৰ বিষয়ে—য'ত ইয়াৰ সাৰ্থকতা বেছি—য'ৰপৰা হয় ইয়াৰ আৰম্ভ সেয়ে হ'ল আমাৰ যুৱক সমাজৰ শিক্ষা।

এটা কথাত আমি একমত যে, শিক্ষা আমাৰ সকলোৰে বাবে প্ৰয়োজনীয়। ইয়াকে এতিয়া আমাৰ সকলোৰে বাবে বাস্তৱত পৰিণত কৰিব লাগিব। শিক্ষাক মই এটি প্ৰয়োগবিধি হিচাপে বিবেচনা কৰোঁ। অৰ্থাৎ ইয়াৰ প্ৰশিক্ষণ বিধি হব লাগিব দৰ্কাৰমতে লৰচৰ কৰিব পৰা বিধৰ। বিশেষকৈ দ্ৰুত পৰিবৰ্তনশীল সমাজখনৰ প্ৰয়োজনীয়তাৰ লগত শিক্ষাৰ সম্পৰ্ক ৰক্ষাৰ গুণ থাকিব লাগিব। জ্ঞান, অৰ্থে মস্তিষ্ক বৃত্তিয়েই, আমেৰিকাৰ প্ৰধান জাতীয় উৎপাদিত বস্তু হব লাগিব, আৰু শিক্ষা হব আমাৰ প্ৰধান জাতীয় উদ্যোগ। ইয়াত বাহিৰে আৰু আন কি উপায়েৰে আমি দাৰিদ্ৰ্য আৰু নিবনুৱা সমস্যাক জয় কৰাত সফল হব পাৰিম, আৰু গৃহ-স্বত্ব আইন যিমানেই ভাল নহওক লাগিলে সি ভুৱা বিজয়ত বাহিৰে আৰু কি বিশেষ প্ৰমাণ কৰিব।

আজিৰ দিনত তিনিজন নিবনুৱাৰ ভিতৰত দুজনৰে হাইস্কুলীয়া শিক্ষা নাই। আমি আমাৰ যুৱকসকলক অধিক সময়লৈ স্কুলত ৰাখিব লাগে, কিন্তু ইয়াৰ উত্তৰ বিচাৰি কেতিয়াবা গভীৰভাৱে চিন্তা কৰি চাইছোঁ নে? স্কুল এৰাৰ সংখ্যা ইমান বেছি হয় কেলেই? ইয়াৰ আংশিক উত্তৰ জানো এইটোৱে হব, কাৰণ সিহঁতৰ বাহিৰৰ পৰিচিত পৃথিৱীখনৰ লগত সিহঁতে শিকা কথাবোৰৰ কোনো মিল নাথাকে বাবে এইদৰে স্কুল এৰি দিয়ে।

প্ৰত্যেক আমেৰিকানৰে সাংবিধানিক ক্ষমতাৰ পূৰ্ণ স্বীকৃতি দিয়াটো আমাৰ বিশেষ দৰ্কাৰ। কিন্তু সেইবোৰ ক্ষমতাৰে কি গুণ ধৰিব যদিহে তেওঁলোকে আমেৰিকাৰ জীৱন পূৰ্ণভাৱে, সক্ৰিয়ভাৱে উপভোগ কৰিবলৈ উপযোগী শিক্ষাদানৰ স্বীকৃতি নাপায়? আমি হয়তো স্কুল বিচ্ছেদকৰণৰ প্ৰত্যাহ্বানক প্ৰতিৰোধ কৰিব পাৰিম, কিন্তু সেইটোৱে ঘটনাৰ ওৰ নেপেলায়। পৃথক শিক্ষাদানৰ কৰুণ পৰিণতি আৰু বহুদিনৰেপৰা নিগ্ৰোসকলক উচ্চ শিক্ষালাভৰ সুবিধাৰপৰা বঞ্চিত কৰি অহা কুফলৰ হাত সাৰিবলৈ আমাৰ বহুদূৰ বাকী আছে।

আমি এনে এবিধ শিক্ষাদানৰ ব্যৱস্থা কৰিব পাৰোঁ নে, যি শিক্ষাই স্কুল এবা, অশিক্ষিত, পঙ্গু ল'ৰাছোৱালী, বস্তি অঞ্চলৰ লৰাছোৱালী বা নগৰীৰ 'প্ৰেছাৰ কুকাৰ' সদৃশ পৰিবেশত আবদ্ধ হৈ থকা উদ্দেশ্যহীন ল'ৰাছোৱালীবোৰকো স্পৰ্শ কৰিবগৈ পাৰে? মই ভাবোঁ, আমি সেই ব্যৱস্থা কৰিব পাৰোঁ। কিন্তু ডিকেন্সৰ দিনৰে শিক্ষাপদ্ধতিত সন্তুষ্ট থকা লোকসকলৰ কঠোৰ সমালোচনাকো পৰোৱা নকৰি নতুন আদৰ্শ আৰু ন ন প্ৰস্তাৱ আনি সাহসেৰে তাক কাৰ্যত খটুৱালেহে সি ফলৱতী হ'ব। এইটো কৰিবলৈ শিক্ষাৰ ক্ষেত্ৰত ফেডাৰেল চৰকাৰে প্ৰভূত অৰ্থ খটুৱাব লাগিব। তাৰ বাবে বিস্তৰ গবেষণাত চুক্তিবদ্ধ হ'ব লাগিব আৰু গবেষণাৰ ঠাই মুকলি কৰিবলৈ আমাৰ কাৰ্য আগবঢ়াই নিব লাগিব।

ফেডাৰেল চৰকাৰেও উচ্চ শিক্ষাত অধিক পৰিমাণৰ সা-সুবিধা দান কৰিব লাগিব। ১৯৬৩ চনত প্ৰণয়ন কৰা শিক্ষা আইনখনে কলেজসমূহত আৰু কলেজীয়া ছাত্ৰক সাহায্য দানত নতুন বাট মুকলি কৰি দিছে। কিন্তু এতিয়াও আমি আমাৰ লক্ষ্যৰপৰা বহু দূৰত।

যোৱা বসন্ত কালত ৪০০,০০০ হাইস্কুলীয়া গ্ৰেজুৱেটে সিহঁতে পঢ়ি থকা উচ্চ শ্ৰেণীৰপৰা কলেজলৈ যাবলৈ প্ৰমোচন নাপালে। ইয়াৰ কিছু ক্ষেত্ৰত উপযুক্ত পৰিদৰ্শক আৰু আগ্ৰহৰ অভাৱ আছিল। কিন্তু মূল কাৰণ হ'ল টকাৰ নাটনি। অপব্যয় দুঃখজনক, কিন্তু এবাৰ কিবা ক্ষতি হলে তাক আৰু দুনাই পূৰণ কৰা নাযায়।

কলেজত নামভৰ্তি বছৰি শতকৰা ৮ গুণতকৈও অধিক বৃদ্ধি পাইছে, তাৰ লগে লগে শিক্ষকৰ সংখ্যা আৰু প্ৰয়োজনীয় আহিলাপাতিৰ নাটনি হৈছে। শিক্ষালাভৰ খৰচো নিতৌ বাঢ়িছেহে; বহুতো আমেৰিকান যুৱকৰ কাৰণে উচ্চশিক্ষালাভ ক্ৰমান্বয়ে দুষ্প্ৰাপ্য হৈ পৰিছে। কলেজীয়া শিক্ষা এতিয়া কলেজ শিক্ষাপ্ৰাপ্ত আৱস্থাপন্ন লোকৰ ল'ৰাছোৱালীৰ মাজত সীমাবদ্ধ হৈ পৰে বুলি আশঙ্কা উপস্থিত হৈছে। তেতিয়াহলে ই সমাজখনক সাংস্কৃতিক শ্ৰেণীভুক্ত কৰি ভাগ ভাগ কৰিব পাৰে। জাতি, ধৰ্ম, জাতীয় পৰিচয়, ভৌগোলিক বিশেষত্ব বা অৰ্থনৈতিক অৱস্থাৰ মাজত ভিন-ভেদ নকৰাকৈ প্ৰতিজন নাগৰিকৰ সমান সুযোগ লাভৰ অৰ্থে আমাৰ দেশে আত্মোৎসৰ্গ কৰিছে। আমি বিমান পাওঁ সিমান প্ৰতিভাৰে আমাৰ দৰ্কাৰ; কিন্তু জাতীয় প্ৰতিভাতকৈও আৰু এটা ডাঙৰ বস্তুৰ সংকট উদয় হৈছে; স্বয়ং গণতন্ত্ৰ এটা সংকটাপন্ন অৱস্থাত অৱতীৰ্ণ হৈছে।

আমাৰ ফেডাৰেল বাজেটৰ খৰচৰ দেখি যেতিয়া পাওঁ যে, জাতীয় নিৰাপত্তা আৰু প্ৰতিৰক্ষাৰ অঙ্গস্বৰূপ মানুহৰ মনৰ প্ৰশিক্ষণ আৰু উন্নতিসাধনৰ প্ৰয়োজনৰ ওপৰত কিমান কম জোৰ দিয়া হৈছে তেতিয়া মই হতাশ হৈ পৰোঁ। আমাৰ ভবিষ্যতটোৱে উচ্চ শিক্ষালাভত চৰকাৰী সাহায্য বৃদ্ধিৰ দাবী জনাইছে; বিশেষকৈ জটিল সামাজিক, ৰাজনৈতিক আৰু কাৰিকৰী সমস্যাপূর্ণ কঢ় পৃথিৱীখনত বাস কৰিবলৈ লোৱা আমেৰিকাৰ যুৱকসকলৰ কাৰণে শিক্ষাৰ প্ৰয়োজন হৈ পৰিছে।

চৰকাৰী সা-সুবিধা আৰু মানুহবোৰৰ যিবোৰ কাম কৰিব পৰা নাযায় সেইবোৰৰ কাৰণে চৰকাৰে বিশ্ববিদ্যালয়ৰ ওপৰত আস্থা ৰাখে। কৃষি বিষয়ত যৌগিক গবেষণাৰ কাৰণে চৰকাৰে বিশ্ববিদ্যালয়সমূহৰ ওপৰত নির্ভৰ কৰে। আমেৰিকাৰ কৃষিয়ে প্ৰতিযোগিতাত যি স্মৰণীয় অংশ গ্ৰহণ কৰিছে তাৰ মূলতে বিশ্ববিদ্যালয়সমূহৰ গবেষণা, পৰীক্ষা-নিৰীক্ষা আৰু প্ৰসাৰণকার্যই কম অৰিহণা যোগোৱা নাই। আন আন বহুতো বিষয়তে চৰকাৰে বিশ্ববিদ্যালয়ৰ আশ্ৰয় লব লাগে; তাৰে ভিতৰত কেইটিমান হ'ল, প্ৰতিৰক্ষা, ঔষধ-পাতি আৰু জনস্বাস্থ্য আদি।

এই সকলো পিনৰপৰা শিক্ষা বিষয়ত চৰকাৰৰ প্ৰচুৰ টকা ব্যয়ৰ বাট মুকলি হৈ আছে। তাৰ পৰিৱৰ্তে চৰকাৰৰ পাওনাৰ পৰিমাণ আকৰ্ষণীয় আৰু অর্থকৰি।

শিক্ষাবিষয়ত ফেডাৰেল সহযোগিতাই কোনো নিয়ন্ত্ৰণ আৰোপ নকৰে। আনহাতে যদি এজন বৈজ্ঞানিকে গবেষণা কৰিবলৈ প্ৰয়োজনীয় আহিলা-পাতি আৰু সুবিধা নাপায় তেন্তে তেওঁ কিহৰ স্বাধীন? ভাষা প্ৰশিক্ষণত এটি উত্তম কাম কৰিবলৈ লোৱা কলেজ এখনৰ যদি পৰীক্ষাগাৰ আৰু আধুনিক আহিলা-পাতি নাথাকে তেন্তে সেই কলেজ কিহৰ স্বাধীন? উপযুক্ত ছাত্ৰ এজনে কলেজত নাম লিখাবলৈ গৈ যদি থকাৰ কাৰণে এটি বাসগৃহ নাপায়, উপযুক্ত শিক্ষক নাপায় নাইবা অধ্যয়নৰ কাৰণে তাৰ পঢ়া কোঠাৰ অভাৱ হয়, তেন্তে সেই ছাত্ৰ কেনেকৈ স্বাধীন হব পাৰিব?

আমাৰ সমুখত পৰি থকা শতিকাবোৰত শিক্ষাবিষয়ত যি অপৰিসীম দাবী উঠিব তাক কেৱল ৰাষ্ট্ৰীয় আঞ্চলিক বা ব্যক্তিগত খণ্ডৰপৰা পূৰণ কৰিবপৰা নাযাব। ফেডাৰেল চৰকাৰে উচ্চ শিক্ষাৰ সংস্থাবোৰক অধিক সাহায্য দিবই লাগিব; তাকে কৰিবলৈ হলে যি টকা খটুৱাব লাগিব, সেইটো খৰচ কৰা নোবোলে। তাৰদ্বাৰা স্বাধীনতাক উদগণি দিয়াহে হব আৰু হব শিক্ষাৰ বিভিন্ন

পদ্ধতিক যথাযোগ্য ৰক্ষণাবেক্ষণ দিয়া ; সেইটো হাস্যকৰ নিয়ন্ত্ৰণৰ পৰ্যায়ত নপৰে।

এজন পূৰ্বতন কলেজ শিক্ষক হিচাপে, আমেৰিকাৰ কলেজ আৰু বিশ্ববিদ্যালয় সমূহত পোৱা মোৰ পূৰ্বৰ সহযোগী বন্ধুবৰ্গক কেইটিমান পৰামৰ্শ নিদিয়াকৈ উচ্চশিক্ষাৰ এই প্ৰসঙ্গটো এৰি দিবলৈ মোৰ মন যোৱা নাই। আমেৰিকাৰ উচ্চশিক্ষাৰ সততা আৰু সজীৱতা গুণৰ কাৰণে মই গৌৰৱবোধ কৰোঁ। এই গৌৰৱবোধৰ কাৰণেই মই সমালোচনা আগবঢ়াইছোঁ। আন এটা কাৰণো নোহোৱা নহয় ; মই সদায় অনুভৱ কৰি আহিছোঁ যে আমাৰ পণ্ডিতবৰ্গ আৰু ৰাজনৈতিক কৰ্মীসকলৰ মাজত যোগাযোগৰ পথটো মুকলি ৰখা দৰ্কাৰ।

যিহেতু কলেজসমূহৰ "ধ্যান-ধাৰণাৰ দ্বীপ" হিচাপে যুক্তিযুক্ত ভূমিকা আছে ; তাৰ লগে লগে এটা দায়িত্বও আছে। সেইটো হ'ল, বৰ্তমানে সংৰক্ষিত প্ৰাথমিক পৰিস্থিতিত যুবক মনে যিদৰে গঢ় লৈছে তেনে নহৈ অধিক অভিজ্ঞতা মণ্ডিত আৰু শক্তিশালী যুব-মানসৰ বিকাশ সাধন কৰিব লাগিব এই কলেজ সমূহে। আমেৰিকা তথা বিশ্বৰ ৰাজনৈতিক অৰ্থ নৈতিক আৰু সামাজিক আদি বিভিন্ন মতপ্ৰবাহৰ বোৱতী সুঁতিৰ প্ৰতি ইয়াৰ দ্বাৰ উন্মুক্ত কৰি ৰাখিব লাগিব। ভিন্ন ভিন্ন মত, ভিন্ন ভিন্ন কথাৰ বাদ-বিসম্বাদ, এঁকা-বেঁকা গতি অধিকমাত্ৰাই মুক্তভাৱে বিকাশ সাধন কৰা দেখিবলৈ মই ইচ্ছা কৰোঁ। এবাৰ এজন কলেজৰ অফিচ কৰ্মীয়ে দৰ্শকৰ আগত থিয় দি যেতিয়া, "আমি ইয়াত কোনো বিসম্বাদী বিষয়ৰ অৱতাৰণা নকৰোঁ" বুলি কোৱা শুনিলোঁ তেতিয়া মই হতাশ হৈছিলোঁ। অসামঞ্জস্য আৰু মন্তব্যৰ ভিন্ন ভিন্ন গতি গণতন্ত্ৰৰ মূল ভেটি। সেইবোৰ কলেজৰ চৌহদত নহলে অন্য কোন ঠাইত নো অধিক চিন্তাশীলতা আৰু সৎ উদ্দেশ্যৰ অৰ্থে প্ৰকাশ কৰিবপৰা যাব? সেইবোৰ জানো শিক্ষাবিধিৰ অঙ্গ নহয়? যিবোৰ যুৱক-যুৱতীৰ বুদ্ধিবৃত্তিয়ে সাবালকত্ব লাভ কৰিছে সেইবোৰক উত্তেজিত কৰাৰ উপায় হ'ল—ৰাজনীতিৰ ৰূঢ় বাস্তৱ আৰু সকলো ধৰণৰ ৰাজহুৱা প্ৰসঙ্গ মনৰ আগত মুকলি কৰি ধৰা—এইবোৰ অপ্ৰিয় আৰু বিৰোধী হলেও তাত চিন্তনীয় বিষয় আছে। কলেজ গ্ৰেজুৱেটসকলে জাতীয় শক্তিৰ মূল ভেটি আৰু জাতীয় চৰিত্ৰৰ ক্ৰিয়াকলাপৰ বিষয়ে পৰিষ্কাৰভাৱে বুজা উচিত। প্ৰায়ে এজন ছাত্ৰই অৰ্থনীতি, ৰুৱজী আৰু চৰকাৰ আদি বিষয়ৰ মাজত প্ৰকৃত পাৰস্পাৰিক সম্পৰ্কৰ কথা নুবুজাকৈয়ে সেইবোৰ বিষয় নগাই আহিব পাৰে। বেলেগ বেলেগ বিষয়বোৰ সন্নিলকৰণ বা সমালোচনা কৰাত কোনো গুৰুত্ব

সিহঁতে; যাৰ সহায়ত সিহঁতে নিজৰ দেশ আৰু সমাজৰ সমস্যাসমূহৰ সন্মুখীন হোৱাই নহয় তাক সুসমাধান কৰিবও পাৰে।

"সিহঁতৰ কামৰদ্বাৰা তুমি সিহঁতক বুজিবা", আৰু আমেৰিকাৰ পৰৰাষ্ট্ৰ-নীতিত শান্তি সংৰক্ষণৰ কামটো অপৰিহাৰ্য। আমাৰ 'ফুড ফৰ পিচ প্ৰগ্ৰেম'ৰ (শান্তিৰ অৰ্থে আহাৰ দান) সূত্ৰ অনুসৰি আমাৰ প্ৰচুৰ খাদ্য ভঁৰালে বিশ্বজুৰি মানুহৰ জীৱিকাৰ মান উন্নত কৰি তুলিছে। আমেৰিকাৰ চিকিৎসা গৱেষণা আৰু দক্ষতাই অন্তদেশক ৰোগৰ বিৰুদ্ধে হোৱা সংগ্ৰামত বা 'শান্তিৰ বাবে স্বাস্থ্য'ত (হেল্‌থ ফৰ পিচ) সাহায্য কৰিছে। কিন্তু আমাৰ লক্ষ্যস্থানত উপনীত হবলৈ এতিয়াও এটা প্ৰধান বিষয়ত আমাৰ সহায়ৰ প্ৰয়োজন; সেইটো হ'ল,—"শান্তিৰ বাবে শিক্ষালাভ" (এডুকেচন ফৰ পিচ)।

সৰহভাগ অভাৱগ্ৰস্ত দেশতে এটি সম্পদ প্ৰচুৰ পৰিমাণে আছে, সেইটো—মানৱীয় শক্তি বা জনশক্তি। কিন্তু ই বহু অংশে অকাজী আৰু অদক্ষ। দুৰ্ভাগ্যবশতঃ ৰাছিয়াই এই প্ৰত্যাহ্বান প্ৰথমে গ্ৰহণ কৰিলে। কম্যিউনিষ্ট দেশসমূহত নতুন নতুন বিশ্ববিদ্যালয় গঢ়ি উঠিল, নতুন পৰীক্ষাগাৰ, উপযুক্ত প্ৰতিভাসম্পন্ন ছাত্ৰৰ বাবে বৃত্তিদানৰ ব্যৱস্থা হ'ল। নতুনকৈ স্বাধীনতা লাভ কৰা অভাৱগ্ৰস্ত দেশসমহলৈ "টেক্‌নিকেল" আৰু "ভোকেচনেল" প্ৰশিক্ষণৰ ব্যৱস্থা দান কৰি সেই দেশৰপৰা কৃতজ্ঞতা আৰু আনুগত্য লাভ কৰিলে। ঠাট্টাৰ ছলেৰে কবলৈ গলে আমেৰিকাৰ আহিলা-পাতিত মামৰ পেলালে।

আমি "শান্তিৰ বাবে শিক্ষা"ৰ সুবিধাৰ কথা একেবাৰে পাহৰি যোৱা নাছিলোঁ। এই ক্ষেত্ৰত ফুলব্ৰাইট কাৰ্যক্ৰম সক্ৰিয় ভবিষ্যৎদৰ্শিতাৰ এখন ভাণ্ডৰ আইন। ই আমাৰ প্ৰাথমিক সমষ্টিক বৈদেশিক বৃত্তিৰ জগতখনৰ ওচৰ চপাই আনিছে। আমাৰ আণৱিক শক্তি কাৰ্য্যক্ৰমৰদ্বাৰা বিদেশী বৈজ্ঞানিকক আমেৰিকাৰ গৱেষণা কেন্দ্ৰত প্ৰশিক্ষণ দিয়া হৈছিল। অৰ্থনৈতিক বিকাশ কাৰ্যক্ৰমৰ যোগেদি বিদেশী টেক্‌নিচিয়ান প্ৰশিক্ষণৰ বাবে প্ৰতি বছৰে ইয়ালৈ অনা হয়। বাণিজ্যিক বিভাগে বিভিন্ন বিষয়ৰ নেতাসকলক ইয়ালৈ আনে। আমাৰ বৃহৎ ব্যক্তিগত অনুষ্ঠানে বিদেশৰ শিক্ষা সংস্থাবোৰক সাহায্য দিয়ে। "শান্তি সেনা" (পিচ কৰ্প্‌চ) প্ৰতিষ্ঠাৰে "শান্তিৰ বাবে শিক্ষালাভ"ৰ প্ৰয়োজনীয় সা-সুবিধা পূৰণ কৰাত আমি বেছি ওচৰ চাপিছোঁ।

কিন্তু এতিয়াও অনুন্নত দেশসমূহৰ অৰ্থনৈতিক আৰু সামাজিক উন্নতিৰ পথত এটি প্ৰধান বাধা বৰ্ত্তমান। অৰ্থাৎ প্ৰশিক্ষণপ্ৰাপ্ত ৰাজহুৱা শাসকগোষ্ঠী আৰু

প্ৰতিভাসম্পন্ন ব্যক্তিগত পৰিচালকৰ অভাৱ। উন্নত দেশত্ বিবিলাকৰ চৰকাৰী কামৰ আৰু ব্যক্তিগত পৰিচালনামূলক কামৰ প্ৰয়োজনীয় প্ৰশিক্ষণ আছে, তেনেকুৱা লোকৰ ভিতৰত কমেই অসৈনিক নাগৰিক ওলায়। ফলক্ৰমেই এটা শাসকগোষ্ঠীয়ে ক্ষমতালাভ কৰে। কিছুদিন ক্ষমতাত থকাৰ পিছত আন এটি শাসকগোষ্ঠীৰদ্বাৰা অপসাৰিত হয়।

আমি এই দেশৰ ৰাজহুৱা শাসন আৰু ব্যক্তিগত পৰিচালনাৰ প্ৰতিভা সংগ্ৰহ কৰি কম উন্নত দেশৰ নেতৃত্ব সম্ভাৱনা আৰু কাৰিকৰী সম্পদৰ বিকাশ সাধন কৰিব লাগিব। আমি এনে অৱস্থাত থিয় দিছোঁহি যে এতিয়া বাহিৰত সেই ঠাইৰ আঞ্চলিক প্ৰয়োজন অনুসৰি শিক্ষা আৰু প্ৰশিক্ষণ অনুষ্ঠান স্থাপনৰ সহায় কৰিব পাৰিম; শিক্ষা বিষয়ত অধিক পৰিমাণে সালসলনিত উৎসাহ যোগোৱাৰ লগতে শিক্ষাক আমি আন্তৰ্জাতিক স্তৰত স্থাপন কৰিম।

মই এই দেশত উচ্চ শিক্ষাৰ প্ৰচলন আৰু অভাৱগ্ৰস্ত দেশসমূহৰ অশিক্ষিত, অদক্ষ মানৱীয় শক্তিৰ মাজত ইয়াৰ প্ৰয়োজনৰ ওপৰত বিশেষ জোৰ দিছোঁ। আমাৰ চহকী দেশতো অভাৱ আছে শুনিলে আচৰিত লাগে। বয়সস্থ আৰু ডেকাসকলক কৰ্মসংস্থানৰ সুবিধা কৰি দিয়াত আমাৰ দেশৰ অৰ্থনীতি বহুতো পাছ পৰি আছে। আমাৰ প্ৰাথমিক আৰু মাধ্যমিক স্কুলীয়া পদ্ধতিয়ে আমেৰিকাৰ শিশুৰ প্ৰয়োজনীয় উপযুক্ত শিক্ষা দিয়াত প্ৰায় ব্যৰ্থ হৈছে। দুৰ্ভাগ্যবশতঃ আমাৰ সমাজে 'ভোকেচনেল' শিক্ষক দ্বিতীয় স্তৰৰ শিক্ষা বুলি গণ্য কৰে আৰু ইয়াত নিৰ্দেশনা কেতিয়াও ঠিকভাৱে দিয়া নহয়।

১৯৫৮ চনতে মই এযাৰ কথা উত্থাপন কৰিছিলোঁ, যিযাৰ বাণী ১৯৬৪ চনতো মই শুনাই আছোঁ। সেইযাৰ বাণী হ'ল, "ইওথ এমপ্লয়মেণ্ট ওপাৰচুনিটিজ এক্ট" বা যুৱক কৰ্মসংস্থান সুযোগ আইনৰ প্ৰয়োজনীয়তা। এনে এখন আইনে অনেকৰ জীৱন, প্ৰাকৃতিক সম্পদ আৰু অৰ্থ ৰক্ষা কৰিব। বিৰোধীসকলে কৈছিল এনে এখন আইন "ডু-গুডাৰ" বা (ভালদৰে কৰা) পৰীক্ষাৰ যুগজয়ী উদাহৰণ।

ছয়টা বছৰ, দীঘলীয়া প্ৰতীক্ষাৰ সময়। কিন্তু এই কথা লিখি থকাৰ সময়তো মই আশা পোষণ কৰিছোঁ, যি কোনো এটা ধৰণে এই বিল সোনকালেই আইনত পৰিণত হব। বৰ্তমানে নাম দিয়া "S. ১" বিলখন "S-৪০৪" মূল বিলখনৰ নতুন সংস্কৰণ। এইখনেই শ্ৰমবিভাগ আৰু হোৱাইট হাউছক পূৰ্ণ অনুমোদন

লোৱা সত্ত্বেও হাউছ কল্‌ছ কমিটিৰ মতামত পৰিবিছিল। এইখন প্ৰথম বেছিভৰা উত্থাপন কৰা হৈছিল তেতিয়াতকৈ আজি ইয়াৰ মূল্য বাঢ়িছে।

"যুৱক কৰ্মসংস্থান সুযোগ" আইনে, মন্থৰ গতিৰ অৰ্থনৈতিক বিকাশ, অসম্পূৰ্ণ শিক্ষা পদ্ধতি, স্বয়ংক্ৰিয়তা, চহৰৰ প্ৰসাৰ আৰু সামাজিক অসমৰ্থৰ আদি নানান ধৰণৰ সমস্যাবাজিৰ হাতত বন্দী হোৱা হেজাৰ হেজাৰ যুৱকলৈ সাহায্য আগবঢ়াব। কিন্তু এই মূল সমস্যাবোৰৰ কোনো সমাধান ই নিদিয়ে। তাৰ কাৰণে আমি অন্য উপায় উদ্ভাৱন কৰিব লাগিব। তথাপি ইয়াৰদ্বাৰা যুৱকসকলক উৎপাদনক্ষম আৰু অৰ্থপূৰ্ণ জীৱন পৰিবহনত অধিষ্ঠিত কৰা হব, লগতে ব্যক্তি আৰু সমাজৰপৰা নিৰন্তুৰা প্ৰভাৱ ক্ষীণ হৈ আহিব।

এই আইনে এটা "যুৱক সংৰক্ষণ বাহিনী" (ইওথ কনজাৰভেছন কৰ্পছ) প্ৰতিষ্ঠা কৰিব। যিসকলে স্কুল এৰিছে, যিসকল ডেকাই শিক্ষালাভত ব্যৰ্থ হৈছে আৰু যিবোৰে এটা স্থায়ী কৰ্মসংস্থান উলিয়াই লবপৰা নাই, তেনেবোৰ ডেকাক এই প্ৰতিষ্ঠানে সংৰক্ষণ কৰিব। এইবোৰৰ মূলতে সিহঁতৰ বংশপৰম্পৰাৰ উচ্চ আশা বুকুত বান্ধি ফুৰিব লাগে। কিন্তু তাৰ পৰিবৰ্তে সিহঁতে পৰিবেশ তথা ব্যৰ্থতা আৰু হতাশাৰ হাতত বন্দী হৈ পৰে।

এই বাহিনীয়ে উক্ত আত্ম-ধ্বংসকাৰী পৰাজয় আৰু ব্যৰ্থতাৰ গতি ৰুদ্ধ কৰি ভগ্নমনা যুৱকসকলক হতাশাজনক পৰিস্থিতিৰপৰা তুলি আনি বহুমূলীয়া কৰ্মদক্ষতা প্ৰদান কৰিব। মই দেখিছোঁ, যুৱক সংৰক্ষণ বাহিনীত ভৰ্তি হোৱা ডেকাসকলে এইবোৰ কাম শিকে: স্বয়ংক্ৰিয় যন্ত্ৰ মেৰামতি, উত্তাপ দি কটি লেকা, মিস্ত্ৰী কাম, বস্তু সংৰক্ষণ, বৈদ্যুতিক তাঁৰ সংযোগ, শিলৰ কাম, ধাতুৰ কাম, ছবি তোলা, জোখ লোৱা, নাম লিখা, জৰীপ কৰা, মেপ আঁকা, মটৰগাড়ী চলোৱা। অৰ্থাৎ যি কোনো এটা চাকৰি লাভ কৰিবলৈ দৰকাৰ হোৱা সকলো ধৰণৰ কৰ্মদক্ষতা।

যোৱা বছৰৰপৰা একৈশ বছৰ বয়সীয়া যুৱকৰ কাৰণে এই "যুৱক সংৰক্ষণ বাহিনী" খোলা হৈছে। কমকৈ হলেও ছমাহৰ কাৰণে ইয়াত নাম ভৰ্তি কৰিব পৰা যাব আৰু বেছিকৈ হলে দুবছৰৰ বাবে। কৰ্মীসকলে মাহে ৬০ ডলাৰকৈ বানচ পাব, তাৰ লগতে থকা-খোৱা-পিন্ধা, আহিলা-পাতি, ডাক্তাৰী চিকিৎসা আৰু আন আন প্ৰয়োজনীয় বস্তু পাব। ইয়াৰ বাবে শিকাৰু নিৰ্বাচন কৰিব "ষ্টেট এপ্লয়মেণ্ট এজেন্সি"বোৰে। ৰাজ্যৰ জনসংখ্যাৰ ওপৰত ভিত্তি কৰি আৰু নুজন পাৰিমাণৰ নিবনুৱা অঞ্চলক প্ৰাধান্য দি এই নিৰ্বাচন কৰা হব।

যুৱক-সংৰক্ষণ বাহিনীৰ দুই-তৃতীয়াংশই জাতীয় বন, জাতীয় পাৰ্ক আৰু "ফেডাৰেল কনজাৰভেছন এজেন্সি"ৰ মাটিত কাম কৰিব। এক-তৃতীয়াংশই ৰাজ্যিক বন আৰু পাৰ্কত শতকৰা ৫০—৫০ হিচাপত কাম ভগাই লব। কামৰ সময়ছোৱাৰ পিছত, স্বাস্থ্যবিভাগ, শিক্ষাবিভাগ, কল্যাণসংস্থা আৰু আঞ্চলিক শিক্ষা সমিতিয়ে দিহা কৰা ব্যৱস্থাৰ যোগেদি কাৰিকৰী প্ৰশিক্ষণ আৰু অন্যান্য শিক্ষা সম্পৰ্কীয় প্ৰশিক্ষণ দিয়া হব।

যোলৰপৰা এৰেকশ বছৰীয়া নিবনুৱা ডেকা-ডেকেৰীৰ বাবে এটি স্থানীয় আঞ্চলিক যুৱক কৰ্মসংস্থান কাৰ্যক্ৰমো "S—১" ৰখা হৈছে। শতকৰা ৫০—৫০ অনুদানৰ ব্যৱহাৰ কৰিবলৈ স্থানীয় ৰাইজ বা ব্যক্তিগত লাভহীন এজেন্সিবোৰে ডেকাসকলক বানচ দিব লাগিব। বিশেষকৈ যিবোৰ কাম দৈনিক কৰ্মীৰদ্বাৰা কৰা নহয় তেনেবোৰ পূৰ্ণ সময় বা আংশিক সময়ৰ প্ৰয়োজনীয় কামৰ বিনিময়তে সিহঁতক বানচ দিয়া হব। এই কাৰ্যসূচী মতে স্থানীয় কৰ্মসংস্থান কাৰ্যক্ৰমৰ প্ৰস্তাৱটো পদ্ধতিমূলকভাবে কাৰ্যকৰী হোৱাৰ কাৰণে স্থানীয় লোকৰ আগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব। স্থানীয় কাৰ্যসূচীয়ে অনুমোদন লাভ কৰিবলৈ হলে নামভৰ্তিকৰাসকলৰ কাম লব পৰা গুণ বৃদ্ধি কৰিব লাগিব নাইবা তলত উপস্থিত থাকিব পৰাকৈ সুবিধা কৰি দিব লাগিব। পৰীক্ষা-নিৰীক্ষা চলোৱা, পৰামৰ্শ দিয়া, কামৰ উন্নতি সধা আদি কামবোৰ প্ৰত্যেক শিকাৰুকে দিব লাগিব।

"ইওথ এমপ্লয়মেণ্ট এক্ট"ৰ কাৰ্যপ্ৰণালী জাতীয় সেৱাবাহিনী বা তথাকথিত গৃহ-শান্তি বাহিনীৰ লগত নিমিলে। জাতীয় সেৱাবাহিনী এনে এটি সঁজুলি যাৰ যোগেদি যথেষ্ট প্ৰশিক্ষণপ্ৰাপ্ত আৰু দক্ষতাসম্পন্ন ৰাজহুৱা কামত ব্যস্ত থকা লোকে তেওঁলোকৰ সময় আৰু প্ৰতিভা আনৰ অৰ্থে অৰ্পণ কৰিব পাৰে। বৃদ্ধ নাগৰিকসকলৰ বাবে ই এটা সুযোগ; তেওঁলোকে জীৱনৰ অকামিলা সময়ছোৱা ইয়াত লগাব পাৰে। "ইওথ এমপ্লয়মেণ্ট এক্ট"ৰ উদ্দেশ্য হ'ল কাৰ্যসূচী প্ৰস্তুত কৰা। এই কাৰ্যসূচীয়ে ডেকাসকলৰ নিবনুৱা সমস্যা নিবাৰণ কৰিব, আমাৰ জাতীয় সম্পদৰ সংৰক্ষণৰ সাহায্য আগবঢ়াব আৰু সৰ্বসাধাৰণ ৰাইজৰ প্ৰয়োজনীয় বস্তু আহৰণ কৰিব।

ডেকা বয়সৰ কৰ্তব্যবিমূঢ়তাই আমাক সতৰ্ক কৰি তুলিছে। আমি জানো ৮০০,০০০ ডেকা নাগৰিকে পূৰ্ণ-সময়ৰ কাম বিচাৰিছে, শতকৰা প্ৰায় ১৬ ভাগ স্কুল-বিদ্যা বিহীন কম বয়সীয়া ল'ৰা নিবনুৱা (প্ৰত্যেক বাহে ইয়াৰ গতি

বৃদ্ধি পাইছে)। ৰাষ্ট্ৰপতি জনছনৰ নেতৃত্বত আমি আমাৰ এই সমস্যাবাজিৰ ব্যাপকতাৰ বিষয়ে বুজিবলৈ আৰম্ভ কৰিছোঁহে মাথোন।

মই প্ৰথম ১৯৫৯ চনত যুৱক আইন উত্থাপন কৰোঁ। চিনেটৰদ্বাৰা এইখন অনুমোদিত হৈছিল কিন্তু সদনে ইয়াক কাৰ্যকৰী কৰাত ব্যৰ্থ হ'ল। ১৯৬২ চনত কংগ্ৰেছৰ দুয়োটা সদনৰ শ্ৰম আৰু জন-কল্যাণ সমিতিয়ে ইয়াৰ ব্যৱস্থাত অনুমোদন জনাইছিল। কিন্তু বিলখন হাউছ কলছ সমিতিত আৱদ্ধ হৈ থাকিল। যোৱা বছৰ মই "ইওথ এমপ্লয়মেণ্ট এক্ট অব ১৯৬৩" নামেৰে জনাজাত আইনৰ উত্থাপন কৰিছিলোঁ। ভোট লোৱাৰ ফলত দেখা গ'ল দেশৰ শতকৰা প্ৰায় ৮৯ জনে এই ব্যৱস্থাৰ অনুমোদন দিছে। চিনেটে ১৯৬৩ চনত বিলখন সমৰ্থন কৰিলে। তথাপিও শেহতীয়া কামথিনিৰ বাবে সদনত ১৯৬৪ চনৰ মাজলৈ এই বিলখন বন্ধ হৈ থাকিল।

এইবোৰ প্ৰস্তাৱ, আন আন ধৰণে কংগ্ৰেছৰ সমুখত প্ৰায় ছয় বছৰ আগতে উত্থাপিত হৈছিল। তাত কোনো নতুন, অজানা বা দায়িত্বহীন বুলি কথা নাই। কিন্তু যেতিয়া কংগ্ৰেছে ইয়াৰ বিবেচনা কৰি আছিল, তেতিয়াই ডেকাসকলৰ মাজত নিবনুৱা সমস্যা গভীৰ হৈ উঠে আৰু বৰ্তমানে ই কবায়ত্তৰ বাহিৰলৈ যোৱাৰ ভাবুকি দিছে।

এই সমস্যা সমাধান কৰাত মোৰ সন্দেহ নাই; কাৰণ আমাৰ বহুতো সমস্যা সময়ত কিবা প্ৰকাৰে সমাধান কৰি উঠিছোঁ। যিসকলে "ভালকৈ কৰা" বুলি সকিয়াই থাকে আৰু কল্যাণ মূলক ৰাষ্ট্ৰৰ কাৰণে চিন্তা কৰে, তেওঁলোকে ভাবে আমি বহুতো পলম কৰি পেলাইছোঁ। ইফালে দুৰ্ঘটনাই পৰ্বত সদৃশ আকাৰ লৈছে। এই কিতাপখনৰ আদিতে মই কল্যাণমূলক সমাজৰ অৰ্থ ব্যাখ্যা কৰিবলৈ চেষ্টা কৰিছোঁ। মোৰ বিশ্বাস, এইটো সমাজৰ সম্পৰ্কত আমাৰ ৰাষ্ট্ৰনিৰ্মাতাসকলে ৰচনা কৰা কুৰি শতিকাৰ এটি স্তোকবাক্য। তাকেই গভীৰ চিন্তাশীল দাৰ্শনিকসকলে আগবঢ়াইছে আৰু সকলো ধৰণৰ ধৰ্মীয় গুৰুৱে সহানুভূতিশীল অন্তৰে ইয়াক অনুমোদন কৰিছে।

"ভালকৈ কৰোঁতাসকল"। মোৰ দুঃখ হয় কাৰণ বৰ্তমানে সেই শব্দটো শ্লেষপূৰ্ণ হৈ উঠিছে; আনকি বিৰোধে কয় "ভালকৈ কৰা" তেওঁলোকও ইয়াৰদ্বাৰা অপমান হোৱা বুলি ভাবে। মোক তেনেদৰে কলেও মই পৰোৱা নকৰোঁ। এইটোৱে মোক পৃথিৱীৰ ভিতৰতে এটা শ্ৰেষ্ঠ সম্মান দিব।

## ॥ আমাৰ সাংস্কৃতিক প্ৰয়োজনীয়তা ॥

চৰকাৰী নিয়ন্ত্ৰণৰ লগে লগে অনিবাৰ্যভাৱে চৰকাৰী সমৰ্থন গতি কৰে বোলা এটি ভাৱধাৰাৰ প্ৰচলন আছে। এই ভাৱধাৰাই শিক্ষাৰ বাহিৰেও আন বহুতো ক্ষেত্ৰত আমাক সীমাবদ্ধ আৰু হতাশ কৰি দিছে। আমাৰ সাংস্কৃতিক কাৰ্যক্ৰম স্বাভাৱিকতে এই অযুক্তিকৰ ভয়ৰ ফলত ক্ষতিগ্ৰস্ত হৈছে। পশ্চিমাঞ্চলৰ আমিয়েই একমাত্ৰ বৃহৎ জাতি; যি জাতিৰ চৰকাৰে কলাৰ ক্ষেত্ৰত প্ৰত্যক্ষভাৱে আৰ্থিক সাহায্য দান কৰা নাই বা কৰিছে যদিও তেনেই কম।

গ্ৰেটবৃটেনৰ প্ৰতিষ্ঠানত আমি বহুতেই গঢ় খাই উঠিছোঁ; সেই দেশতে কলাক ব্যক্তিগতভাৱে পৃষ্ঠপোষকতা কৰাৰ এটি বহুদিনীয়া ঐতিহ্য বৰ্তি আছে। দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত জীয়াই থকাৰ সংগ্ৰাম চলাই নিবলৈ দেশৰ সকলো সম্পদতে চূড়ান্ত নিৰিখৰ কৰ ধাৰ্য কৰা হৈছিল; সেই সময়তে বৃটিছ চৰকাৰে সংগীত আৰু থিয়েটাৰ আদি এনেবোৰ উদ্দীপনাত সহযোগ কৰিবলৈ আৰম্ভ কৰিছিল, আৰু সেইবোৰ তামসিক বস্তু ব্যৱহৃতে হৈছিল যুদ্ধ বিধ্বস্ত বৃটেন-বাসীৰ শান্তি আৰু উৎসাহৰ অৰ্থে। এইটোৱে প্ৰতিপন্ন কৰিছিল, যি মানুহে মানৱীয় অভিব্যক্তিৰ সাংস্কৃতিক ক্ৰিয়ানৈপুণ্যত অংশ লব পাৰে সেই মানুহেই বিপদ আৰু কাঠিন্য সহিব পাৰে অতি উত্তমভাৱে।

সেই তেতিয়াৰেপৰা, পাৰ্লিয়ামেণ্টে কলা সংস্কৃতিৰ বাবে যথোপোযুক্ত অৰ্থ দৰ্কাৰ—এনে এটি সূত্ৰ সংৰক্ষণশীল আৰু শ্ৰমিক উভয়দলৰ চৰকাৰৰপৰা অনুমোদন লাভ কৰি আহিছে। 'ৰয়েল অপেৰা' আৰু 'বেলেট' সমৰ্থিত হৈছিল। অৰ্কেষ্ট্ৰা, শিক্ষামূলক থিয়েটাৰ, যাদুঘৰ, চিত্ৰশিল্পী, ভাস্কৰ্য শিল্পী আৰু ৰচনাকাৰসকলে বৃটিছ চৰকাৰৰ পৃষ্ঠপোষকতা লাভ কৰিছে। বৃটেনৰ শিল্প-প্ৰতিভাই যি সুমহান্, ঐতিহ্যৰ স্বাক্ষৰ বহন কৰি লৈ আহিছে, তাৰ উপযোগী উৎসাহ বিকাশৰ বাবে সুবিধাও লাভ কৰিছে।

বৃটেনৰ প্ৰতিভাক ই ধ্বংস কৰিছে নে বাৰু? 'নিউইয়ৰ্ক টাইমছ'ৰ নাট্যসমালোচক হাৱাৰ্ড টাউবমেনে এই বিষয়ে কৈছিল: "বৃটেনৰ ক্ৰিয়াশীল জগতত এটি জোঁৱাৰ উঠিছে। থিয়েটাৰ সংগীত ৰেখাচিত্ৰত ন ন তৰুণ প্ৰতিভাই কথা কৈছেহি। সমগ্ৰত তেওঁলোক ক্ৰুদ্ধ হৈছে আৰু বিদ্ৰুপ কৰি উঠিছে আৰু সমগ্ৰত ধীৰভাৱে পৰীক্ষা কৰি চাইছে। তেওঁলোকেই প্ৰেৰণা দিয়ে, তেওঁলোকেই ক্ৰোধাগ্নি বিয়পাব।"

ফ্ৰান্সৰ জাতীয় অনুষ্ঠান Ope'ra Ope'ra Comique, the Come'die Francaise আদি গোটেই বিশ্বতে জনাজাত। কলাৰ জগতত ফ্ৰান্সৰ স্থান সঁচাকৈয়ে গৌৰৱৰ বস্তু।

পশ্চিম বাৰ্লিনে অলপতে দ্বিতীয় বিশ্বযুদ্ধৰ কালিমা আঁতৰাই সচেতন হৈ ফেডাৰেল আৰু নগৰৰ কৰৰ পইচাবে ৭ ডলাৰ নিযুক্ত খৰচ কৰি ১,৯০০০ জন বহা ঠাইৰে এটা অপেৰা গৃহ নিৰ্মাণ কৰিছে। ইয়াৰ প্ৰতিটো অভিনয়তে প্ৰতিখন বহা ঠাইৰ কাৰণে ৪ ডলাৰ হিচাপে অনুদান দিয়া হয়। বাৰ্লিনৰ 'ফিলহাৰমনিক অৰ্কেষ্ট্ৰা'ই ফেডাৰেল আৰু নগৰৰপৰা ৬২০,০০০ ডলাৰ অনুদান লাভ কৰে। সঁচাকৈয়ে মানুহৰ মনৰ প্ৰতিযোগিতাৰ ক্ষেত্ৰত কলা এবিধ প্ৰধান অস্ত্ৰ। এই সীমান্ত নগৰীখনত তাক এই হিচাপে গ্ৰহণ আৰু সমৰ্থন কৰা হৈছে।

বৰ্তমানে পৃথিৱীৰ পশ্চিম ভূভাগত চৰকাৰী সাহায্যেৰে সুমহান্ শিল্পকলাৰ সাফল্য সাধন কৰা হৈছে। 'বেৰিউথ ৱেগনাৰ ফেষ্টিভেল' (Bayreuth Wagner Festival) মিলনৰ 'লা স্কেলা অপেৰা' (La Scala Opera of Milan) 'ভিয়েনা ষ্টেট অপেৰা' (Vienna State Opera) আৰু 'আমষ্টাৰ্ডাম কনচাৰ্টগেৰ অৰ্কেষ্ট্ৰা' (Amsterdam Concertgebauw Orchestra) ইত্যাদি সকলোবোৰ অনুষ্ঠান চৰকাৰী সাহায্যেৰে মূৰ তুলি উঠিছে।

এইবোৰ দেশৰ চৰকাৰে শিল্পকলাক উৎসাহিত কৰিছে; প্ৰত্যেক দেশৰে অগণন জনতাক সি দিছে আনন্দ, সমগ্ৰ বিশ্বজুৰি তাৰ সমাদৰ হৈছে। কিন্তু আমাৰ চৰকাৰে সেইটো নকৰে কিয়?

এইবোৰ দেশে কলাক মোহাৰি পেলোৱা নাই বা অধীনত ৰখাৰ চেষ্টাও কৰা নাই। যুক্তৰাষ্ট্ৰতো সেইটো নহব। আমাৰ ইয়াত "চৰকাৰী সাহায্যই কলাৰ বন্ধ্যাত্ব সাধিব বা বিকৃত কৰিব" বোলা কথাষাৰ ভয়ৰপৰা উপজিছে। চৰকাৰী আৰু সাংস্কৃতিক উভয়বিধ অনুষ্ঠান আৰু আমেৰিকাৰ জনগণৰ আচৰিত বিশ্বাসশূন্যতাৰ ফলত এনে এবাৰ কথা উদ্ভৱ হৈছে।

গণতান্ত্ৰিক চৰকাৰ আৰু কলা উভয়ে উভয়ৰ স্বভাৱ শত্ৰু বুলি ভাবি আমি নিজেই নিজৰ অনিষ্ট সাধন কৰিছোঁ। অন্যান্য দেশে আৰু স্বাধীনতা প্ৰয়াসী লোকে জানে যে এইটো তেনে নহয়। যেতিয়া আমাৰ বহুতো প্ৰতিভাসম্পন্ন শিল্পীয়ে জীৱনধাৰণৰ উপায় বিচাৰি নাপায় বা সাংস্কৃতিক অনুষ্ঠান অৰ্থৰ অভাৱত ভাগি যাবলৈ ওলায় তেতিয়া আন দেশৰ চৰকাৰে অতি [illegible] কলাৰ সাহায্যত আগুৱাই আছে। এইটো পৰিহাসৰ কথা।

ক্ৰম

## ॥ প্ৰভূত মানসিক স্বাস্থ্যলাভ ॥

যোৱা বছৰ 'নেচনেল এছোচিয়েছন অৰ মেণ্টেল হেলথ,' বা মানসিক স্বাস্থ্যৰ জাতীয় সংস্থাত দিয়া ভাষণৰ প্ৰধান বিষয় আছিল এই, পৃথিৱীৰ প্ৰবাহমান জীৱনৰ গতিছন্দ প্ৰধানভাৱে নিৰ্ভৰ কৰিছে বিশ্বৰ নেতৃবৃন্দৰ মানসিক স্বাস্থ্যৰ ওপৰত। তাৰ লগতে মই কৈছিলোঁ, এজন মাত্ৰ ব্যক্তিৰো আনুভূতিক অস্থিৰতাক সাম্য নকৰি যদি এৰি দিয়া হয় তেন্তে তাৰ ভীষণ প্ৰতিক্ৰিয়াৰ শক্তিয়ে আমাৰ সমগ্ৰ সমাজৰ ওপৰত কুপ্ৰভাৱ বিস্তাৰ কৰিব পাৰে।

মই সেই ভাষণৰ তাৰিখটো ভালদৰে মনত ৰাখিছোঁ। তাৰ পিছ দিনাখনেই আছিল ১৯৬৩ চনৰ ২৩ নবেম্বৰ। সেই দিনাই যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতিক অমানুষিক কাণ্ডজ্ঞানহীনভাৱে কোনোবাই হত্যা কৰিছিল। এই কাৰ্য সংঘটিত কৰা মানুহজনক পোৱাৰ পিছত বুজা গ'ল যে এক দশক আগতেই তাৰ বিকৃত মস্তিষ্কৰ মানসিক পৰিচৰ্যাৰ প্ৰয়োজন আছিল।

যুক্তৰাষ্ট্ৰৰ মানসিক বিকৃতিয়ে মাতি অনা কৰুণ মৃত্যুৰ এইটোৱে এটাইতকৈ কষ্টদায়ক উদাহৰণ। আমাৰ সমাজৰ মানসিক বিকাৰগ্ৰস্ত লোকৰ প্ৰবল হেঁচা কমাবলৈ কাচিৎহে চেষ্টা কৰিছোঁ,—অৰ্থাৎ আমাৰ ৰুগীয়া যুৱক বা ৰুগীয়া বৃদ্ধ "বিচৰণশীল আঘাতপ্ৰাপ্ত" ডেকা বয়সৰ উদ্দণ্ডতা বা বয়সস্থ অপৰাধী, মদপী আৰু হত্যকাৰী আদি সমাজৰপৰা আঁতৰ কৰিবলৈ কমেই চেষ্টা কৰিছোঁ।

ৰাষ্ট্ৰপতি কেনেডীৰ বহু প্ৰশংসিত কামৰ ভিতৰত এটা হ'ল মানসিক ৰোগগ্ৰস্ত আৰু বিকৃতিপ্ৰাপ্তসকলৰ পৰিচৰ্যাৰ অৰ্থে লোৱা বৃহৎ নতুন পৰিকল্পনা। এই পৰিকল্পনা সফল কৰি তোলাৰ ভাৰ আছিল ৰাজ্যিক এজেন্সিসমূহৰ ফেডাৰেল সাহায্য, সমবায়, চৰকাৰ আৰু স্বেচ্ছাবাহিনীৰ যুটীয়া কাৰ্যত। তেওঁৰ শাসন-ব্যৱস্থাই বিভিন্ন ৰাজ্য আৰু সমাজক মানসিক স্বাস্থ্যকেন্দ্ৰ নিৰ্মাণ আৰু মানুহ নিযুক্তিৰ বাবে, শিক্ষকৰ প্ৰশিক্ষণৰ অৰ্থে অনুদান দিবলৈ গাত লৈছিল। যেতিয়া চিনেটে ৮৪৭ ডলাৰ নিযুত খৰচৰ আঠ-বছৰীয়া কাৰ্যক্ৰম অনুমোদন কৰিছিল, তেতিয়া সদনেও মাত্ৰ ২৩৮ ডলাৰ নিযুত খৰচৰ তিনিবছৰীয়া কাৰ্যক্ৰমৰ আইনত চহী কৰিছিল। এই গৰমিলে সমূহীয়া মানসিক স্বাস্থ্যকেন্দ্ৰৰ মানুহ নিযুক্তিৰ পাৰ্থক্য প্ৰকট কৰি দেখুৱাইছে। এই সম্পৰ্কেই সদনত প্ৰবল বিৰোধিতা হৈছে।

ৰাষ্ট্ৰপতি কেনেডীয়ে তেওঁ ঢুকোৱাৰ এমাহমান আগতেহে মাথোন এখন আপোচমূলক আইন পাছ কৰি তাত চহী কৰিছিল। ইয়াৰ পৰৱৰ্তী তিনি চাৰি বছৰৰ ভিতৰত নিৰ্মাণকাৰ্য আৰু কামৰ বাবে ৩২৯ নিযুত ডলাৰ খৰচ ধৰা হৈছিল; তাৰে ১৫০ নিযুত ডলাৰ সমূহীয়া স্বাস্থ্যকেন্দ্ৰ নিৰ্মাণৰ কাৰণে ধৰা হৈছিল। বাকীখিনি টকা গৱেষণা কেন্দ্ৰ, শিক্ষকৰ প্ৰশিক্ষণ আৰু সা-সুবিধাৰ দিহা কৰাৰ কাৰণে, ৰাজ্যসমূহলৈ আগবঢ়োৱা বিভিন্ন অনুদানত খৰচ কৰা হৈছিল।

যদিও ই তেওঁৰ আশামতে কামটো সম্পূৰ্ণ কৰিব পৰা নাছিল, তথাপি ৰাষ্ট্ৰপতি কেনেডীয়ে অতি উৎসাহেৰে ৰাজহুৱা আইন ৮৮-১৪৬ (পাব্লিক ল ৮৮-১৬৪ ত) চহী কৰিছিল। মানসিক স্বাস্থ্যলাভৰ সম্পৰ্কত লোৱা একমাত্ৰ সাহসী কাৰ্যক্ৰমৰ এইটোৱে গুৰুত্বপূৰ্ণ প্ৰথম পদক্ষেপ।

এতিয়া সমূহীয়া মানসিক স্বাস্থ্যকেন্দ্ৰ নিৰ্মাণ হৈছে। এইবোৰে আমাৰ বৃহৎ কেন্দ্ৰাভিমুখী ৰাজহুৱা মানসিক অনুষ্ঠানৰ ভিড় ভালেখিনি কমাই দিব। সেইবোৰে আন্তৰিক আৰু বাহ্যিক উভয়বিধ ৰোগীৰে ৰোগপ্ৰতিৰোধ ব্যৱস্থা, আশু ৰোগ নিৰ্ণয়, আৰু বিস্তৃত চিকিৎসাৰ সুবিধা যোগাব। সেইবোৰে আকৌ বিদায়ী ৰোগীৰ চিকিৎসাৰ পৰৱৰ্তী সময়ছোৱাৰ প্ৰয়োজনীয় সকলো যত্নবো যোগান ধৰিব।

দুৰ্ভাগ্যবশতঃ আইনখনৰ শেষ কথাখিনিয়ে এইবোৰ সুবিধাৰ বাবে মানুহ নিযুক্তিৰ প্ৰয়োজনীয় অৰ্থ দিয়া নাই। এতিয়া আমিহে তেওঁলোকক ক্ষমতা দিব লাগিব। এনে এটি অৰ্থনৈতিক প্ৰচেষ্টা নিশ্চয়কৈ অদূৰদৰ্শিতাৰ পৰিচায়ক, কাৰণ ইয়াৰদ্বাৰা পৃথিৱীত এটা খুব কষ্টদায়ক, অপ্ৰতিৰোধী অপব্যয়ৰ বাট মুকলি হৈ যাব—সেইটো হ'ল মানৱজীৱনৰ অপব্যয়। (কেন্দ্ৰ সমূহত মানুহ নিযুক্তিৰ খৰচৰ বাবে ধন নিদিয়াৰ এটা কাৰণ হ'ল সেই প্ৰাচীন ভিত্তিহীন ভয় অৰ্থাৎ ফেডাৰেল নিয়ন্ত্ৰণৰ ভয়।)

আমি অধিক সংখ্যক মানসিক ৰোগ চিকিৎসক, মানসিক ৰোগীৰ পৰিচৰ্যা-কাৰী সমাজসেৱী মানুহৰ প্ৰয়োজন অনুভৱ কৰিছোঁ। মানসিক ৰোগগ্ৰস্ত সকলৰ আৰু মানসিক বন্ধ্যাত্বপ্ৰাপ্তসকলৰ যত্ন আৰু পুনৰ্বসতিৰ অৰ্থে এটা ব্যাপকতৰ অভিযান চলাব লাগিব; তাৰ বাবে প্ৰস্তুত হবলৈ বৰ দৰকাৰী কথাটো হ'ল চৰকাৰৰ সকলো বিভাগ, যেনে,—ফেডাৰেল, ৰাজ্যচৰকাৰ আৰু আঞ্চলিক চৰকাৰৰ মাজত পূৰ্ণ সহযোগ।

এই কাৰণে সুস্থিৰভাৱে আগবাঢ়িব নোৱাৰাৰ ফলত আমাৰ জনজীৱনে দুৰ্ভোগ আৰু বিৰক্তি ভুগি পৰিছে, তাতকৈও এই কামৰ বাবে ব্যয় হোৱা লক্ষ লক্ষ পৰিমাণ ডলাৰে আমাৰ অৰ্থনীতিত জোৰ আঘাত হানিছে। মই এই কথাটোকে বুজি নাপাওঁ, এতিয়া সাম্য গতিৰে টকা খটুৱাত কিয় আপত্তি কৰা হয়; কিয়নো বৰ্তমানে ব্যয় কৰিলে পিছলৈ ই বছৰেকীয়া কৰৰ যোগে আমাৰ বহু শ নিযুত নিযুত ডলাৰ বচাই দিব। যদি এতিয়া আমি সোনকাল নকৰোঁ তেন্তে এইখোৰ টকা আমাৰ সমাজৰ কল্যাণমূলক কামৰ উদ্দেশ্যে বা অপৰাধ আৰু জেলবন্দীত্ব নিবাৰণ আৰু মানসিক ৰোগগ্ৰস্তৰ কাৰণে ভাবিব নোৱাৰাকৈ অতিমাত্ৰা উচ্চহাৰৰ প্ৰত্যক্ষ খৰচত ব্যয় কৰিব লাগিব। অৱশেষত এদিন সেই ১৮৬৩ চনৰ ২২ নৱেম্বৰৰ অকল্পিত খৰচো আমি কৰি থাকিম।

মানসিক স্বাস্থ্যলাভৰ লক্ষ্যত উপনীত হ'বলৈ মনৰ যি মধুৰতা, যুক্তিপূৰ্ণতা, বিবেচনা আৰু আনুভূতিক স্থিৰতাৰ প্ৰয়োজন, আমাৰ সভ্যতাৰ জীৱন মৃত্যুৰ লগতো তাৰ নিগূঢ় সম্বন্ধ বৰ্তমান। কোনো এজন ব্যক্তিবিশেষ যে অকলে আনুভূতিক অস্থিৰতা আৰু অমানৱীয় ব্যৱহাৰৰ কবলত পৰে, তেনে নহয় সেই আচৰণ সমস্ত মানৱগোষ্ঠী বা এটা জাতিৰ মাজত এনেদৰে বিয়পি পৰিব পাৰে যে তাৰ ফলত তেওঁলোকৰ নিজৰ লগতে সকলো মানুহৰ ভৱিষ্যত পৰিণতি ভয়াবহ হৈ উঠিব পাৰে।

আমাৰ দিনতে এইটো হোৱা আমি দেখিছোঁ। নাজী জাৰ্মানৰ সময়ত তাৰ পৰিস্থিতি গোটেই বিশ্বৰ কাৰণে ভয়াবহ হৈ উঠিছিল। নাজীবাদৰ মূঢ়তাৰ প্ৰথম বলি হৈছিল ইহুদীসকল। ৬ নিযুত বা পৃথিৱীৰ এক তৃতীয়াংশ ইহুদী, নাজী আৰু তেওঁলোকৰ সহযোগীয়ে হত্যা কৰিছিল। আকৌ ২য় বিশ্বযুদ্ধৰ সমৰ ক্ষেত্ৰতে কেৱল সেই সংখ্যাৰ দুগুণতকৈও বহু বেছি লোক মৰা পৰিছিল। ষ্টেলিন শাসিত ছোভিয়েত ইউনিয়নেও এটা জাতিৰ নেতাৰ মূঢ়তা বা পাগলামিৰ বহু উদাহৰণ দাঙি ধৰিছে। বৰ্তমানে আমি বাস কৰা এই পাৰমাণৱিক যুগত মানসিক অস্থিৰতাই সোনকালেই পৃথিৱী ধ্বংস কৰিব পাৰে। এইখন পৃথিৱীত ভুলৰ কোনো সীমা নাই; ইয়াত এজন শক্তিশালী নেতাৰ কোনো বিচাৰ বা ভুল বিবেচনাই মানৱ সভ্যতাক ধ্বংস কৰিব পাৰে।

তৃতীয় বিশ্বযুদ্ধ এৰাই যোৱাৰ প্ৰশ্নটো অকল সামাজিক, অৰ্থনৈতিক, ৰাজনৈতিক বা সামৰিক সমস্যাই হৈ থকা নাই। এই সমস্যা প্ৰতিৰোধৰ বাবে প্ৰয়োজন প্ৰত্যেক মানুহৰ ক্ষেত্ৰত পৰিকল্পিত দক্ষতা অৰ্জনেৰে মানসিক স্বাস্থ্যলাভ।

সময়ে সময়ে একোখন দেশ অমানৱীয় লোকবোৰৰ শাসিত হয়। কিন্তু বেছি ভাগতে দেখা যায় দেশৰ কোনো সিদ্ধান্ত বা কাৰ্যক্ৰম নিৰ্ণয় কৰা হয় বিভিন্ন দেশৰ নেতা, চৰকাৰী অনুষ্ঠান আৰু জনতাৰ জটিল মানসিক পাৰস্পৰ্যৰদ্বাৰা। যিবোৰ নেতা আৰু জনতাৰ লগত আমি মিলোঁ। সেই নেতা আৰু জনতা উভয়ৰে মনোভাব আৰু গতি-প্ৰকৃতি আমি ভালদৰে জনাটো অতীৱ প্ৰয়োজনীয়। সেইটো কৰিবলৈ হলে আমি মনোবিশ্লেষণিক আৰু মনোবিকাৰৰ বিচাৰ আমাৰ নিজা মূল্যায়ন আৰু আইন প্ৰণয়ন পদ্ধতিৰ ভিতৰলৈ আনিব লাগিব।

মই ভাবোঁ। জাতিগত আৰু ধৰ্মীয় কুসংস্কাৰো এটা ৰোগ, আনুভূতিক বিকাৰৰ এটা লক্ষণ। অতীতৰ অবিশ্বাস্য বিশ্লেষণসমূহৰ প্ৰতিবাদ নাইবা তাক যুক্তিৰে খণ্ডণ কৰিব পাৰি; কিন্তু তথাপি মানুহে সেইবোৰ কৰলৈ নেৰে, কাৰণ সেই মানুহ যুক্তিবাদী নহয়, বিবেচনাশীলো নহয়।

আমাৰ দেশত বৰ্তমানে চূড়ান্তৱাদী বা সোঁপন্থী সৰু দল এটা সক্ৰিয় হৈ উঠিছে। ইয়াৰ সভ্যসকল গৃহস্বত্বৰ বিৰোধী, যুক্তৰাষ্ট্ৰৰ বিৰোধী, সামাজিক নিৰাপত্তাৰ বিৰোধী, পানী বিষাক্ত কৰাৰ বিৰোধী, নিৰস্ত্ৰীকৰণৰ বিৰোধী অৰ্থাৎ সকলোৰে কেৱল বিৰোধী, বিৰোধী, বিৰোধী; মই ভাবোঁ, সঁচাকৈয়ে তেওঁলোক মানুহৰে বিৰোধী। তেওঁলোকে এই সকলোবোৰৰে অন্তৰালত দেখিছিল কিবা ভয়াবহ ষড়যন্ত্ৰৰ স্বাক্ষৰ। গৃহস্বত্ব অভিযানৰ উদ্দেশ্য হ'ল জাতিটোক "মিশ্ৰিত" (mongrelize) ৰূপ দিয়া। যুক্তৰাষ্ট্ৰই যুক্তৰাষ্ট্ৰৰ সাৰ্বভৌমত্ব কাঢ়ি নিবলৈ ওলাইছে। পানী বিষাক্তকৰণৰদ্বাৰা আমাক দুৰ্বল কৰি দি কমিউনিষ্টৰ "হাতলৈ নিয়াৰ" ষড়যন্ত্ৰ হৈছে। যুক্তৰাষ্ট্ৰৰ শেষৰ চাৰিজন ৰাষ্ট্ৰপতিৰ গাত কিবা প্ৰকাৰে হলেও কমিউনিষ্ট ষড়যন্ত্ৰৰ ভাপ লাগিছিল বুলি অনুমান কৰা হয়; তেওঁলোকে হয় ইয়াৰদ্বাৰা প্ৰভাবিত হৈছিল নাইবা ইচ্ছাকৃত বা অনিচ্ছাকৃতভাৱে ইয়াৰ দোষভাগী হৈ পৰিছিল।

যিবিলাকৰ জীৱনৰ প্ৰতি এই দৃষ্টিভঙ্গী, তেওঁলোকৰ জীৱনে বাস্তৱ সম্পৰ্কহীনতাৰ দুৰ্ভোগ ভোগ কৰে। ১৯৩০ চনৰ চূড়ান্ত বামপন্থীসকলৰ ভুল আদৰ্শবাদ থকাৰ দৰে তেওঁলোকেৰ ভুল আদৰ্শবাদো গোলমলীয়া ধৰণৰ। অৱশেষত এইটোৱে হৈছিল গৈ যে, ছোভিয়েত বাহিৰাই কোনো ভুল নকৰে আৰু যুক্তৰাষ্ট্ৰই নকৰে একো শুদ্ধ। চূড়ান্ত বামপন্থীসকলে মাৰ্কস্‌বাদৰ অবিশ্বাস্য অঙ্গীকাৰৰ ওপৰত দৃঢ়ভাৱে বিশ্বাস স্থাপন কৰিছিল। আনকি যেতিয়া সকলোকালৰপৰাই এইটো দেখা গ'ল যে, তেওঁলোকৰ সপোন ভয়াবহ সপোনত

পৰ্যবসিত হৈছে, তেতিয়াও ইয়াৰ ভক্তবৃন্দই স্বকীয় অবাস্তৱ বিশ্বাসক আকোৱালি থাকিল।

এইটো একো আচৰিত ঘটনা নহয় যে, তিনি শতিকা আগৰ কেতবোৰ চূড়ান্ত বামপন্থী নেতা পিছত চূড়ান্ত সোঁপন্থীৰ নেতা হৈ পৰিছিল। তেওঁলোকে এতিয়াও পৃথিৱীখনক সম্পূৰ্ণ ক'লা বা বগা ৰঙত দেখে। তেওঁলোকে এই জটিল পৃথিৱীৰ এতিয়াও এটা দ্ৰুত আৰু শেষ সমাধান বিচাৰে; যাৰ হয়তো কোনোদিনেই দ্ৰুত আৰু শেষ সমাধান পোৱা নাযাব। সক্ৰিয় চিন্তাৰ সলনি তেওঁলোকে এতিয়াও সূত্ৰগত ভাবনা আগবঢ়ায়, তেওঁলোক এতিয়াও ক্ষুব্ধ, ভীত আৰু সন্ত্ৰস্ত।

এনে অনুভূতিবাদক আমি অনুভূতিৰে প্ৰতিক্ৰিয়া দেখুৱাওঁতে আমাৰ ভুল হয়। আমি সঁচাই ভুল কৰোঁ যেতিয়া চূড়ান্তবাদীসকলক আমাৰ মাজত ভয় সঞ্চাৰ কৰিবলৈ নাইবা আনক অধীন কৰাৰ নিচিনা উত্তেজনাপূৰ্ণ কামলৈ আমাক উচটাবলৈ সুযোগ দিওঁ। কোনো ধৰণৰ ডাইনী-চিকাৰৰূপী কাৰ্যই কাহানিও ইয়াৰ নিৰ্ধাৰিত উদ্দেশ্য সফল কৰিব পৰা নাছিল। সেই সকলোবোৰেই আমাৰ স্বাধীনতা আৰু আত্মসন্মানৰ ভালেখিনি অনিষ্ট সাধন কৰিছে।

"তোমাৰ শত্ৰুৰ প্ৰতি শ্ৰেষ্ঠ প্ৰতিশোধ হ'ল তুমি তেওঁৰ দৰে নোহোৱাকৈ থকাটো।" ভুল আদৰ্শবাদী আৰু চূড়ান্তবাদীসকলৰ লগত মিলাৰ শ্ৰেষ্ঠ পথ হ'ল সিহঁতৰ কৌশলসমূহ এৰাই চলা আৰু যিটোৰ ওপৰত সিহঁতৰ বিশ্বাস নাই সেই গণতন্ত্ৰৰ ওপৰত বিশ্বাস স্থাপন কৰা। আমাৰ বাস্তৱ সমস্যা বহুত; কিন্তু দুখৰ বিষয় যে এনে অৱস্থাতো চূড়ান্তবাদীসকলৰ বিলাসিতাই আমাৰ অনেক সময় খৰচ কৰে।

যুক্তৰাষ্ট্ৰত চূড়ান্তবাদীসকলৰ ভাবুকি সাময়িক বুলি মই কব নোখোজোঁ। কিন্তু মই ভাবোঁ, আমি এই দেশত মানসিক স্বাস্থ্যলাভৰ এটি নিৰ্দিষ্ট স্তৰত উপনীত হৈছোঁ—আমাৰ স্থিৰতা আৰু দৃঢ়তাই তাক বাধা দিব পাৰিব; আৰু মই ভাবোঁ, একে সময়ত বদ্ধা আমেৰিকাৰ মূল সুৰটোৰ আগত সিহঁতৰ হুৱাৰ অৰ্কেষ্ট্ৰাৰ এটি অকলশৰীয়া পৰ্দাৰ ধ্বনিতকৈ বেছি নহয়!

## ॥ স্বাগতম্ : আমেৰিকাৰ নবীন অভ্যাগত ॥

পুলিট্জাৰ পুৰস্কাৰপ্ৰাপ্ত পুথি "দি আপৰুটেড"ৰ আগকথাত লিখক অস্কাৰ হেণ্ডলিনে লিখিছিল : "এসময়ত মই আমেৰিকাৰ বহিৰাগতসকলৰ বিষয়ে এখন ইতিহাস ৰচনা কৰিম বুলি মনস্থ কৰিছিলোঁ। তাৰ পিছত মই আৱিষ্কাৰ কৰিছিলোঁ, বহিৰাগতসকলেই আমেৰিকাৰ ইতিহাস।"

যুক্তৰাষ্ট্ৰক বৃহৎ দেশ হিচাপে গঢ় দিয়াত বহিৰাগতসকলে গ্ৰহণ কৰা ভূমিকাৰ বিষয়ে কোনোৱে প্ৰশ্ন তুলিব নোৱাৰে। তথাপি ১৯২৪ চনৰপৰা এই দেশৰ আইনে যুক্তৰাষ্ট্ৰত বহিৰাগতসকলৰ আগমন বন্ধ কৰিছে। কিন্তু আচলতে সেই আইনৰ কোনো যুক্তিযুক্ততা বা বাস্তৱ আৰু নৈতিক ভিত্তি নাই। "জাতীয় উৎস" পদ্ধতিৰে কিছু কিছু উপাখ্যানমূলক, জাতিগত আৰু অখৃষ্টান বিশুদ্ধতা ৰক্ষা কৰিবলৈ বিচাৰে। তাকে কৰিবলৈ, আমাৰ ১৯২০ অখৃষ্টান জনসংখ্যাৰ অনুপাতে পৃথিৱীৰ জাতিবোৰৰ মাজত বহিৰাগতসকলৰ ভিছাখিনি বাছি উলিওৱা হয়। এই পদ্ধতিটো কেৱল যে বিভেদমূলক তেনে নহয়, ই জাতিৰ প্ৰধান আদৰ্শ এটিও ভঙ্গ কৰিছে। অৰ্থাৎ আমাৰ সম্ভাব্য মানৱীয় শক্তিৰ পূৰ্ণ ব্যৱহাৰৰ সুযোগ নষ্ট কৰিছে।

প্লাইমাউথ ৰক আৰু জেমছটাউনৰ দিনৰপৰা এই শতিকাৰ আগভাগলৈ সকলোদেশৰ স্বাভাৱিক স্বাস্থ্য আৰু চৰিত্ৰসম্পন্ন বহিৰাগতসকলৰ কাৰণে এই দেশৰ দুৱাৰ মুকলি আছিল। ক্ৰমান্বয়ে আমাৰ দেশ শক্তিশালী আৰু অধিক সক্ৰিয় হৈ উঠিছিল; কাৰণ বহিৰাগতসকলৰ প্ৰতিটো নতুন ঢৌৱে এইদেশৰ বুকুত আনি দিছিল স্বকীয় শক্তি-সামৰ্থ্য আৰু থাপিছিল ঐতিহ্যৰ আধাৰ। মই গৌৰৱ অনুভৱ কৰোঁ যেতিয়া ভাবো এইখন এখন শিল্প সদৃশ দেশ নহয়, জীৱন্ত প্ৰাণসম্পন্ন বহু মানুহ, বহু ভাবাভাৱৰ আৰু প্ৰতিভাৰ সংমিশ্ৰণ ঘটিছে ইয়াৰ বুকুত। মোৰ বিশ্বাস, আমাৰ আৱিষ্কাৰ, পৰীক্ষা-নিৰীক্ষা, উন্নতি আৰু বিশ্ব নেতৃত্বত যি বিশিষ্ট প্ৰতিভাৰ পৰিচয় পোৱা যায় তাৰ বহুখিনি এইবোৰ বৈচিত্ৰ্যময় পাৰ্থক্যৰ পৰিণতি।

১৯২৪ চনৰ 'ন্যেচনেল অৰিজিনছ্ এক্ট' আৰু আজি অলপদিনৰ ভিতৰৰ ১৯৫২ চনৰ 'ইমিগ্ৰেচন এণ্ড নেচনেলিটি এক্ট' অনুসৰি স্বাধীন বহিৰাগতসকলৰ বাবে আমেৰিকাৰ বন্ধ দ্বাৰ পুনঃ উন্মুক্ত কৰি দিছে। এই আইনে বহুখি

অহা বহিৰাগতসকলৰ মুঠ জনসংখ্যা সীমিত কৰি দিছিল। সেই মূল আইনখনৰ লগত মোৰ কোনো মতবৈধ নাই। নতুন নাগৰিকক গ্ৰহণ কৰাত যি কোনো দেশৰে কৰ্তৃত্বৰ এটা নিৰ্ধাৰিত সীমা থাকিব লাগে। কিন্তু সেই সীমা-ৰেখা কিমান উচ্চত থকা উচিত সেই লৈ মোৰ মত আনৰ লগত নিমিলে। মই সম্পূৰ্ণ অবাধ বহিৰাগতৰ বিষয়ে ওকালতি নকৰোঁ।

বৰ্ত্তমান আমাৰ বহিৰাগত আইনে বছৰি প্ৰায় ১৫৬,০০০ সংখ্যক পশ্চিম অঞ্চলৰ বাহিৰৰপৰা অহা লোকক প্ৰবেশৰ ক্ষমতা দিছে। এই সংখ্যা আমাৰ ১৯২০ জনসংখ্যাৰ শতকৰা এক-ষষ্ঠাংশ নিৰ্ধাৰিত কৰা হৈছিল। অৰ্থাৎ আমাৰ বৰ্ত্তমান জনসংখ্যাৰ এক-দশমাংশতকৈও কম।

আমাৰ আইন এখোপ আগুৱাই গৈছে। এই আইনেৰে ১৫৬,০০০ জন-সংখ্যাক পৃথিৱীৰ বহু দেশত ভাগ ভাগ কৰি ৰখা হৈছিল। অৱশ্যে তাৰ লগতে চোৱা হৈছিল যে সেই দেশত বাস কৰা ১৯২০ৰ আমেৰিকান জনসংখ্যাৰ অনুপাতে যেন এই বিভাজন হয়। ফলস্বৰূপে এটাইতকৈ অধিক সংখ্যক, অৰ্থাৎ ৬৫,০০০ সংখ্যক লোক আন আন দেশৰ খৰচেৰে গ্ৰেট বৃটেনত থাকিছিল।

দক্ষিণ আৰু প্ৰাচ্য ইউৰোপৰ গাত খুন্দাটো বেছিকৈ লাগিছিল। সেইদৰে ইটালী, গ্ৰীচ আদিৰ দেশৰ সংখ্যাও বহু আছিল। কিন্তু গ্ৰেট বৃটেনৰ ভাগত পৰা আধাখিনিও ই ব্যৱহাৰ কৰা নাছিল। যেহেতু আমাৰ আইন অনুসৰি সকলো অব্যৱহৃত সংখ্যা মূল্যহীন বুলি ঘোষিত হৈছিল। সেই কাৰণেই ১০০,০০০ তকৈ কম অনুমতি পত্ৰ প্ৰকৃততে ব্যৱহৃত হৈছিল। তাৰ প্ৰায় ৫০,০০০ৰপৰা ৬০,০০০ জন প্ৰত্যেক বছৰে ভিক্ষা কৰি ঘূৰি ফুৰিছিল।

দক্ষিণ আৰু দক্ষিণ-পূব ইউৰোপীয়সকলৰ প্ৰতি যি মজ্জাগত বিভাজন প্ৰচলিত আছে সি এক দুখপূৰ্ণ কাহিনী। তথাকথিত এছিয়-প্ৰশান্ত ত্ৰিভুজাকাৰ ভূখণ্ডৰ অধিবাসীসকলক বিশেষ বিভাজনৰ কাৰণে বেলেগাই অনা হৈছে। ভাৰতবৰ্ষ, পাকিস্থান, চীন, জাপান আৰু চুবুৰীয়া দেশসমূহত পৃথিৱীৰ অৰ্ধাংশ লোক বাস কৰে। আমাৰ বহিৰাগত আইন অনুসৰি বছৰি প্ৰত্যেক দেশৰপৰা ১০০ জনৰ বেছি লোকক অনুমতি দিয়া নহয়। এনে বিভাজন নীতি নিশ্চয়কৈ ভুল।

কিমানজন ইটালীয়ই, বা হাংগেৰীয়াই নতুবা গ্ৰীকে মুক্তমাত্ৰৰ কাৰণে অনুৰাগ আগবঢ়াইছে মই এইটো 'প্ৰমাণ' কৰিবলৈ খোজা নাই। তেওঁলোকৰ

দিয়া কাৰ্ডই তাৰ পৰিচয় দিব। প্ৰত্যেক লোকককে একোজন ব্যক্তি হিচাপে বিচাৰ কৰিব লাগিব; তেওঁৰ জন্মস্থানৰ ওপৰত ভিত্তি কৰি সেই বিচাৰ নহয়।

বৰ্তমানৰ আইনখন বৰ্ণগত আৰু সাংস্কৃতিক শ্ৰেষ্ঠতা সূত্ৰৰ লগত জড়িত। কিন্তু সেইবোৰ নিয়ম-নীতিৰ কথাত এনে কোনো সূত্ৰ অৰ্থহীন। বৰ্ণ বা জাতীয় পৰিচয়ত কোনো অগ্ৰাধিকাৰ থাকিব নালাগে। বিশেষকৈ দক্ষতাৰ অগ্ৰাধিকাৰৰ বাদে আন কোনো অগ্ৰাধিকাৰ থকা অনুচিত। আমি এখন সুন্দৰ দেশ গঢ়ি তুলিব পাৰিম, যি মুহূৰ্তত আমি এনেবোৰ মূঢ় ধাৰণাৰ হাত সাৰিব পাৰিম। অৰ্থাৎ এবিধ তেজ আৰু চামৰাৰ বং আন এবিধ তেজ আৰু চামৰাৰ বঙতকৈ বহুত ভাল—এই ধাৰণা আমাৰ মনৰপৰা গুচিব লাগিব। এই ধাৰণাই সময়ে সময়ে আমাক বিশ্ব পৰিস্থিতিত অসুবিধাত পেলায়।

বৰ্তমানে চিনেটৰ সহ-সমিতিত দুখন সুন্দৰ আইনৰ প্ৰস্তাৱ আছে। সেই আইন দুখন হ'ল S-৭৪৬ আৰু S-১৯৩২। এই আইনে আমাৰ জাতীয় কক্ষৰপৰা ইয়াৰ জুমুঠিটো আঁতৰ কৰিব। S-৭৪৭ আইনখন চিনেটৰ ফিলিপ হাৰ্টে উত্থাপন কৰিছিল, আৰু মই আছিলোঁ ইয়াৰ তেত্ৰিশ গৰাকী সমৰ্থকৰ ভিতৰৰ এজন। S-১৯৩২ আইনখন শাসন ব্যৱস্থাৰ। স্বৰ্গীয় ৰাষ্ট্ৰপতি কেনেডীয়ে কংগ্ৰেছক দিয়া অনুমোদনৰ ভিত্তিত এইখন ৰচনা হৈছে। কিন্তু সেই দুখন আইনৰ মাজত বহুতো পাৰ্থক্য আছে। দুয়োখন লগ লাগি বৰ্তমানৰ আইনখনৰ কুৎচিৎ অসাম্য আৰু প্ৰতাৰণা আঁতৰ কৰিব।

তেওঁৰ আইনখনে কি কৰিবলৈ বিচাৰে সেই বিষয়ে চিনেটৰ হাৰ্টে ব্যাখ্যা কৰিছে এনেদৰে :

(১) বৰ্তমানৰ জাতীয় পৰিচয় পদ্ধতিৰ সলনি ই আগবঢ়াইছে অন্য এটা সূত্ৰ। সেই সূত্ৰৰ ভিত্তি হ'ল, সকলো দেশৰ বাবে সমতা আৰু ন্যায্য ব্যৱহাৰ প্ৰদৰ্শন। এই আইনখনে ভিছাৰ মুঠ সংখ্যা বৃদ্ধি কৰিছে; সেইমতে বছৰি প্ৰায় ১৫৬,০০০ৰপৰা ২৫০,০০০ খনলৈ ভিছা দিব পৰা যাব। এই বৰ্দ্ধিত মুঠ সংখ্যাৰ পৰা ৮০,০০০ খন ভিছা পশ্চিম অঞ্চলৰ বাহিৰৰ দেশসমূহত বিতৰণ কৰি দিছিল; পৃথিৱীৰ জনসংখ্যাত তেওঁলোকৰ জনসংখ্যাৰ যি আকাৰ ঠিক সেই পৰিমাণে এই ভিছা বিতৰণ কৰিছিল। ১২০,০০০ খন ভিছা তেওঁলোকৰ উত্তৰ যুদ্ধকালৰ অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ কৰি অন্তৰ্ভুক্ত দেশৰ মাজত বিতৰণ কৰি দিয়া হৈছিল। এতিয়াৰপৰা আমেৰিকাৰ বহিৰাগতসকলৰ প্ৰয়োজনৰ নিৰ্ধাৰণৰ কাৰণে ভিছা প্ৰণালীৰ এই নীতিৰে ১৯২০ চনৰ পুৰণি লোকগণনা গ্ৰহণ কৰিলে।

অৱশেষত ই পুৰণি আইনৰ এছিয়-প্ৰশান্ত সাগৰীয় ত্ৰিভুজাকাৰ ভূখণ্ডৰ প্ৰস্তাৱসমূহ আঁতৰাই পেলালে; কাৰণ আমাৰ ৰাজহুৱা আইনত সেইবোৰৰ কোনো ধৰণৰ যথাৰ্থ স্থান নাই। এতিয়া বিয়ান পাৰে সিয়াম লোক এক-অৰ্ধাংশ এছিয়াৰ পৈতৃক পৰিচয় লৈয়ে নিজৰ দেশৰ জন্ম আৰু নাগৰিকত্বৰ ভিত্তিৰ ভাগত আহিব পাৰে। আন বহিৰাগতসকলৰ দৰেই এই পথ সহজ হৈ উঠিছে।

(২) এই আইনে পৃথিৱীৰ কেউফালৰপৰা অহা সম্ভাব্য সংখ্যাৰ ভগনীয়াক বছৰি প্ৰবেশৰ অনুমতি দিছে। প্ৰাচ্য ইউৰোপৰপৰা ধীৰ গতিৰে অহা পলায়নকাৰী হংকঙৰ চীনা অপসাৰণকাৰী, উত্তৰ আফ্ৰিকা আৰু দক্ষিণ আমেৰিকাৰ অংশবিশেষৰপৰা বিদায় লোৱা ইহুদী,—এই সকলোবোৰেই এই সমস্যাৰ এটি স্থায়ী ব্যৱস্থাৰ প্ৰয়োজনীয়তাৰ বিষয়ে আঙুলিয়াই দিয়ে। (যদিও দলে দলে মানুহ যুক্তৰাষ্ট্ৰলৈ পঠিয়ালেই আজিৰ এই ভগনীয়া সমস্যাৰ সমাধান নহয়।) বৰ্তমানে সকলো ভগনীয়া, হাঙ্গেৰীৰ, "পেৰোলি" (Peroles) সকলৰ দৰে বিশিষ্ট আইন অনুসৰি আছে আৰু থাকিবলৈ লওঁতে কোনো বিশেষ আইন মানি চলে। সংশোধিত আইনে ভগনীয়াসকলৰ বছৰেকীয়া ভিছাৰ মুঠ সংখ্যাৰপৰা এক পঞ্চমাংশ (৫০,০০০) সংৰক্ষণ কৰে।

(৩) যেতিয়া কোনো দক্ষতা থকা বা কোনো প্ৰতিভাসম্পন্ন মানুহৰ অতীব প্ৰয়োজন হয়, আৰু তেনে ক্ষেত্ৰত জাতীয় অংশৰ সীমাৰ বাহিৰলৈ গৈ অনুমতি দিব লগীয়া হয়, এনে অৱস্থাত S-৭৪৭ আইনে সপ্তাহে সপ্তাহে দৰ্কাৰ হোৱা বিশেষ আইন প্ৰণয়নক ত্যাগ কৰে। অলপতে এখন জাতীয় বিজ্ঞান প্ৰতিষ্ঠানে ইস্তাহাৰ প্ৰচাৰ কৰিছে যে বিদেশতজন্মা বৈজ্ঞানিক আৰু ইঞ্জিনীয়াৰ উভয়ৰে যিদৰে আছে স্থান সেইদৰে আছে প্ৰয়োজন।

আমাৰ বৰ্তমান বহিৰাগত আইনসমূহ আমাৰ ইতিহাসৰ এই সন্ধিক্ষণত বিশেষকৈ মানৱীয় অধিকাৰক যেতিয়া আমি দেশে-বিদেশে প্ৰসাৰ কৰিব খুজিছোঁ। তেনেস্থলত এক নিৰ্ভীক প্ৰচেষ্টা বুলিব পাৰি।

বাহিৰাগতসকলৰ অৰ্থাৎ নতুন আমেৰিকানসকলৰ মাজত এটা লক্ষণ চকুত পৰে; সেইটো প্ৰায়ে দৃষ্টিৰপৰা আঁতৰি থাকে। তেওঁ প্ৰায়ে অলপ বেছিকৈ দুৰণিৰ ঘৰখনৰ নিচাং আৰু এৰি অহা ঠাইখনৰ প্ৰতি এটি টান মনত বান্ধি লৈ আছে। কিন্তু তেওঁ ইয়াৰ বাহিৰেও আন এটি বস্তু লৈ আছে—লৈ আছে যুক্তৰাষ্ট্ৰৰ প্ৰতি এটি উগ্ৰ মধুৰ আনুগত্য। আপুনি এইটো ভালদৰে

বুজিব পাবিব বেভিয়া নতুন আমেৰিকান আৰু তেওঁলোকৰ ল'ৰাছোৱালীসকল মিনেছোটাৰ খেতিয়ক নে নিউইয়ৰ্কৰ বয়ন বিভাগীয় কৰ্মী সেইটো ব্যক্তিগত ভাবে জানে।

এই নবাগত আমেৰিকানসকলে যদিও বুজিব পাৰিছে যে আমাৰ পথসমূহ সোণেৰে বন্ধোৱা নহয়, তথাপি ইয়াতেই তেওঁলোকৰ বহুতে, এসময়ত বঞ্চিত হৈ থকা সুন্দৰ জীৱনৰ আস্বাদ অনুভৱ কৰিছে। তেওঁলোকৰ প্ৰাণৰ সহাঁৰিৰ বিনিময়ত অনুৰাগ, ভক্তি আৰু আমাৰ ঐতিহ্য, আমাৰ লৌকিক বীৰসকলৰ প্ৰতি প্ৰীতিয়ে মুখৰ কৰিছে যাত্ৰাৰ পথ। আমাৰ স্বাধীনতাৰ পূজাৰী পুৰণি আমেৰিকানসকলতকৈ এওঁলোকৰ হৃদয়ৰ মণিকোঠত এই সুৰে সচৰাচৰ গভীৰতৰ আলোড়ন তোলে।

# ॥ আমাৰ চৌদিশৰ পৃথিৱীখন ॥

আমেৰিকানসকলৰ বাবে মধ্যপ্ৰাচ্যত যি ঘটিছে সেই বিষয়ে জনাটো যিদৰে প্ৰয়োজনীয় সেইদৰে মধ্য পশ্চিমাঞ্চলত কি ঘটিছে তাক জনাবো দৰ্কাৰ হৈ উঠিছে। দুখন বিশ্বযুদ্ধ আৰু এভিয়াৰ এই অবিশ্বাস্য সময়ৰ দ্ৰুত গতিয়ে আমাৰ পৃথকত্ব চিৰকাললৈ ভাগি দিছে। আন্তৰ্জাতিক পৰিস্থিতি আলোচনাৰ দৰ্কাৰী বিষয় হৈ থকাই নাই, জাগ্ৰত নিযুত নিযুত আমেৰিকানৰ কাৰণে এটা অনিৰ্বাণ সন্ত্ৰাসৰ বিষয়ো হৈ উঠিছে।

দ্বিতীয় বিশ্বযুদ্ধই যি দায়িত্ব আমাৰ ওপৰত জাপি দিলে, মানুহ হিচাপে আমি তাত সবল সঁহাৰি জনাইছোঁ। আন আন দেশে, অবাঞ্ছনীয় অভিলাস, অৱহেলা আৰু পুণৰ জয়লাভ তথা বিজয় গৌৰৱৰ আকাঙ্খাৰে বিশ্ব-নেতৃত্বৰ ভূমিকা গ্ৰহণ কৰিছিল। সৰু সৰু দেশবোৰৰ লগত মিলোঁতে আমি অন্য ধৰণৰ ব্যৱহাৰ প্ৰদৰ্শন কৰিছোঁ। সিহঁতৰ অনুভূতি আৰু লৌকিক বৃত্তিত আমি অপৰিসীম ভাবে সঁহাৰি জনাইছোঁ। পুৰণি ক্ষমতা আন্তৰ্জাতিক নেতৃত্বৰ ওপৰত থৰ্গহস্ত, আৰু আমাৰ naivete বা "ভালকৈ কৰা নীতিক" সি ঠাট্টা কৰিছিল। সম্ৰাটৰ ক্ষমতাৰে আমি শাসন কৰা নাই, বৰং ভালেখিনি এজন উচ্চ সহযোগীৰ দৰেহে কাম কৰিছোঁ। (সময়ত আকৌ সৰু হৈয়ো কৰিছোঁ)। বিশ্বৰ ইতিহাসত এই ঘটনা এয়ে প্ৰথমবাৰ হৈছে; এখন দেশে স্বকীয় শক্তি আৰু সম্পদৰাজি বাহিৰৰ কামত অৰ্থাৎ স্বাধীনতা আৰু উন্নত জীৱন অন্বেষণৰ সহযোগিতাত ব্যৱহাৰ কৰিছে। তাক স্বাৰ্থ সংৰক্ষণ আৰু আত্মসন্তুষ্টি আদি ভিতৰুৱা কাৰ্যত প্ৰয়োগ কৰা নাই।

আমাৰ নানান দোষ-ক্ৰটি আৰু অন্ধ সংস্কাৰ আছে। আমি "gooks" আৰু "greasers" আদি শব্দবোৰ ব্যৱহাৰ কৰোঁ। কিন্তু দেখা যায়, সেইবোৰ শব্দ ব্যৱহাৰ কৰোঁতে সদায় আমি অসুবিধা অনুভৱ কৰোঁ। আমাৰ মনে কয়, সেইবোৰ ভুল। আমি "সাৱধানী মোনা" অৰু "ভগ্নী নগৰী" আদিৰ দৰে কামৰ সপোন দেখা মানুহ, (যি ক্ৰামত আমেৰিকাৰ মানুহে বহিৰ্দেশৰ মানুহক জানিব পাৰিব আৰু তাৰ লগত সহযোগ কৰিব পাৰিব।) "মানুহে মানুহে" কথা কাৰ্য্যক্ৰমত আমি যোগদান কৰিম। আমি সমগ্ৰ পৃথিৱীতে চিকিৎসালয়

আৰু অসমাৰ আশ্ৰয় পাতিছোঁ, যদিও আমাৰ নিজাকৈ ধনৰ উৎসমুখবোৰ নহয়। ব্যক্তি আৰু সমষ্টি হিচাপে আমি দিওঁ—উদ্যমৰ প্ৰৈয়োগাতা, আমাৰ আৰু প্ৰীতি। আমাৰ প্ৰচুৰ বস্তুৰে দুখীয়াক সাহায্য কৰাত কিন্তু আমি অদ্বিতীয় বুলি প্ৰমাণিত হৈছোঁ।

## ॥ বিশ্বলৈ সাহায্যদান ॥

আৰ্ণল্ড টয়নবিয়ে অনুমান কৰিছিল, "আমাৰ এই শতিকাটো ভালদৰে স্মৰণীয় হৈ থাকিব। ইয়াৰ বিভীষিকাপূৰ্ণ অপৰাধ কাৰ্য বা আচৰিত আচৰিত আৱিষ্কাৰৰ কাৰণে সেইকথা কোৱা হোৱা নাই; কোৱা হৈছে কাৰণ ইতিহাসৰ উদ্ভৱৰ দিনৰেপৰা এই শতিকাতে মানুহে বিশ্বাস কৰিলে যে সভ্যতাৰ সুফল সমগ্ৰ মানৱজাতিৰে উপকাৰত লগাব পাৰি।"

বৈদেশিক সাহায্য কাৰ্যক্ৰমৰ ওপৰত দিয়া ঐতিহাসিকজনাৰ এই মন্তব্যটো মই সমৰ্থন কৰোঁ। তেওঁৰ দৃষ্টিভঙ্গী আমাৰ মনঃপূত। আমাৰ সময়ছোৱা আণৱিক নাইবা মহাকাশ-যুগ হিচাপে "স্মৰণ নকৰিব পাৰে, কিন্তু এই যুগতে একতৃতীয়াংশ মানৱজাতিয়ে একেলগ হৈ অন্য দুই তৃতীয়াংশ লোকৰ সাহায্যৰ কাৰণে আগবাঢ়িছে আৰু সেই কাৰণেই ই স্মৰণীয় হব।

মই নিজে সদায় ভাবোঁ, বৈদেশিক সাহায্যৰ উদ্দেশ্য ঠিক শীতল যুদ্ধৰ আখৰা পাতিবলৈকে নহয়, এখন উন্নত পৃথিৱী গঢ়ি তোলাৰ বাবেহে হব লাগে। আমাৰ সাহায্য কাৰ্যক্ৰমে আমেৰিকাৰ প্ৰকৃত সুৰটো প্ৰকাশ কৰিছে, অৰ্থাৎ আমাৰ অবাৰিত বিপ্লৱৰ শক্তিৰ পৰিচয় দিছে। আমি মানৱ প্ৰয়োজনৰ ওপৰত লক্ষ্য ৰাখোঁ। পৃথিৱীৰ শতকৰা ৮৩ ভাগ লোক অভুক্ত, শতকৰা ৬০ ভাগৰ অধিক লোক অশিক্ষিত। শতকৰা ৭০ ভাগ লোক কুঁহিয়া নাইবা বেয়া ঘৰত বাস কৰে। মানৱসমাজৰ প্ৰাচীন শত্ৰু যেনে, দাৰিদ্ৰ্য, ক্ষুধা, ৰোগ আৰু অজ্ঞানতা আদি অত্যাচাৰৰ সহচৰ। মাও বা খ্ৰুচ্চেভৰ দৌৰাত্ম্যতকৈও সেই ৰোবেই হ'ল মানৱ সমাজৰ ডাঙৰ শত্ৰু। পৃথিৱীৰ বৃহৎ অংশক সিহঁতে গ্ৰাস কৰি আছে। লেটিন আমেৰিকা, আফ্ৰিকা, মধ্য আৰু এছিয়াকে ধৰি এটা বৃহৎ অঞ্চলৰ দুঃখ আৰু হতাশা গোটেই পৃথিৱীত বিয়পি পৰিছে। কিন্তু আজি মানুহৰ চকু মেল খাইছে। মানুহে বুজিছে, এই দুখ অপৰাজেয় নহয়, এটা উন্নত জীৱনৰ স্বপ্ন মানুহৰ হাতৰ মুঠিতে আছে। এইভাৱে দুখকষ্টৰ ভাৰ লাঘৱ কৰিব পাৰিছে।

বৈদেশিক সাহায্যৰ বিষয়ে বহুত ভুল ধাৰণাই শিপা মেলিছে আৰু তাৰ লক্ষ্য কৰি কঢ় সমালোচনাও হৈছে। এটা ভোট গণবাক্ত পোৱামতে বহুতো আমেৰিকানৰ ধাৰণা ইয়াৰ বাবে আমাৰ আগতকৈ ৪ বিলিয়ন ডলাৰতো অধিক খৰচ পৰে। কিছুমানে এইদৰেও ভাবে, ইয়াৰ বাবে আমাৰ জাতীয় বাজেটৰ শতকৰা ৫ ভাগৰো প্ৰায় দুগুণ খৰচ হয়।

এগৰাকী যুক্তৰাষ্ট্ৰীয় চিনেটৰে কৈছিল: "এই খৰচৰ ধনে কমিউনিজমৰ প্ৰচাৰ বন্ধ কৰিব বুলি বিশ্বাস জন্মিলে মই সমৰ্থন ভাত জনালোহেঁতেন। কিন্তু ইতিহাসৰ গতি থেদি গৈ কোনে কৰ পাৰে ই কমিউনিজমৰ গতি বন্ধ কৰিব ?" আন এগৰাকীয়ে আকৌ কৈছে: "বৈদেশিক সাহায্য দেউলীয়া হোৱাৰ এটি পথ আৰু সেই পথটোও বৰ দীঘল নহয়।"

এই দুটা মন্তব্য ১৯৬৩ বা ১৯৬৪ চনৰ ভিত্তত কৰা হোৱা নাছিল। সেইবোৰ হ'ল ১৯৪৮ চনৰ চিনেট সভাত মাৰ্শাল পৰিকল্পনা সম্পৰ্কে হোৱা তুমুল বিতৰ্কৰ অংশবিশেষ। আমি এতিয়া সকলোৰে জানিছোঁ যে মাৰ্শাল পৰিকল্পনা ইউৰোপক কমিউনিজমৰ হাতৰপৰা ৰক্ষা কৰাৰ প্ৰধান অস্ত্ৰ। মাৰ্শাল পৰিকল্পনাই যুক্তৰাষ্ট্ৰক দেউলীয়া কৰাৰ সলনি আমেৰিকাৰ ব্যৱসায়ৰ সুবিধাৰ কাৰণে বৃহৎ নতুন বজাৰৰ সৃষ্টি কৰিছিল; আৰু কম উন্নত দেশবোৰক সাহায্য কৰাত যুক্তৰাষ্ট্ৰৰ লগত হাত মিলাবলৈ ইউৰোপক সুযোগ দিছিল।

( মাৰ্শাল পৰিকল্পনাৰ সমালোচক আছিল অগণন। গতিকে আন বহুতো স্বাভাৱিকতে জ্ঞানদীপ্ত, নৈতিকতাপূৰ্ণ আৰু আমাৰ আত্ম-সন্মান ৰক্ষাকাৰী প্ৰস্তাৱৰ আবিৰ্ভাৱ হৈছিল। সময়ে সময়ে মই ভাবি আচৰিত হওঁ, আমেৰিকাৰ সংবিধানখন বাৰু কিদৰে গ্ৰহণ কৰা হৈছিল। নিউইয়ৰ্কৰ অধিবেশনখন ই মাত্ৰ এটা ভোটেৰে পাছ কৰিছিল আৰু ভাৰ্জিনিয়াত তাক সমৰ্থন কৰোঁতে মুৰামুৰি সংখ্যাহে আছিল। ইমানবিলাক সাধু আৰু বুদ্ধিমান মানুহে ১৭৮৮ আৰু ১৯৪৮ চনত কেনেকৈ ইমান ভুল কৰিব পাৰে ? )

যুদ্ধ-বিধ্বস্ত ইউৰোপৰ মাৰ্শাল পৰিকল্পনাই যি অৰ্থনীতিৰ ভিত্তি গঢ়িছিল সি আছিল আমাৰ বৈদেশিক সাহায্য কাৰ্যক্ৰমৰ প্ৰথম বৃহৎ সাফল্য। দ্বিতীয় সাফল্য আছিল পইণ্ট ফ'ৰ কাৰ্যক্ৰম (Point four program)। ইয়াৰ দ্বাৰা প্ৰশিক্ষণপ্ৰাপ্ত টেকনিচিয়ানসকলক পৃথিৱীৰ বিভিন্ন ঠাইলৈ পঠিওৱা হৈছিল। ইয়াৰ সাফল্যৰ চিন স্বৰূপে, আজিলৈকে আমেৰিকাৰ সকলোধৰণৰ সাহায্যৰ ক্ষেত্ৰত 'পইণ্ট ফ'ৰ' এটা শ্ৰেণীগত শব্দৰূপে ধৰা হৈছিল। আমাৰ তৃতীয় সাফল্য; 'ফুড ফৰ পিচ

-প্ৰগ্ৰেম' বা শান্তিৰ বাবে আহাৰৰ অনুদান-কাৰ্যক্ৰম। বিহৰ যোগেদি পৃথিৱীৰ বহুলোকে আমেৰিকাৰ কৃষিৰ ভাগ পাইছে। ১৯৫৫ চনৰপৰা শান্তিৰ বাবে আহাৰৰ ৰপ্তানী ১২'৫ বিলিয়ন ডলাৰতকৈও অধিক হৈছে। ক্ষুধিতসকলৰ পোষণেই হৈছে এই কাৰ্যক্ৰমৰ যথেষ্ট কাৰণ। কিন্তু ইয়াৰপৰা অৰ্থনীতি আৰু জাতীয় নিৰাপত্তাৰ ক্ষেত্ৰত আমি ভালৰকমে লাভৱান হৈছোঁ। ই আমাৰ বৈদেশিক নীতিক শক্তিশালী কৰি তুলিছে, লগতে পৰিয়াল অধিকৃত পামৰ মুক্ত ব্যৱসায় পদ্ধতিৰ সক্ষমতা সম্পৰ্কে এটি ধাৰণা দাঙি ধৰিছে। বৰ্তমানে ১০০খন দেশৰ গড়ে ৯২ নিযুত লোকে নিতৌ আমেৰিকাৰ আহাৰ পায়।

চতুৰ্থ সাফল্য হ'ল শান্তি-সেনা। ই মানৱীয় উদ্যমৰ এটি অনবদ্য প্ৰকাশ। প্ৰথম বাৰৰ কাৰণে ৰাষ্ট্ৰপতি কেনেডীয়ে এই শান্তি-সেনা সংগঠন কৰি সকলোকে সাৱধান কৰি দিছিল। "ই তেনেই সহজ নহয়। (বাহিৰত কাম কৰা) কোনো মুনিহ-তিৰোতাকে দৰ্মহা দিয়া নহব। যি দেশলৈ তেওঁলোকক পঠিওৱা হয় সেই দেশৰ নাগৰিকৰ সমানে সমানে তেওঁলোকে যি কাম কৰে তাক কৰিব লাগিব। যি খায় তাক খাব লাগিব, যি ভাষা কয় সেইভাষা কব লাগিব। মই আশা ৰাখিছোঁ, এইটো আমেৰিকানসকলৰ বাবে এটা সন্তোষৰ উঁহ হব আৰু বিশ্ব-শান্তিৰ বাবে হব এটি বিশিষ্ট অৱদান।"

দুখ-কষ্টই আমেৰিকানসকলৰ গতিৰোধ কৰিব পৰা নাই; আৰু শান্তি সেনাই সুন্দৰভাৱেই নিজৰ কাম চলাই গৈছে। ইয়াৰ সাফল্যই মোকে বিশেষ ধৰণৰ আনন্দ দিয়াৰ কাৰণ আছে। ৰাষ্ট্ৰপতি কেনেডীয়েও ইয়াৰ গঠনৰ বিষয়ে ১৯৬১ চনত কংগ্ৰেছলৈ দিয়া বাণীত এই কথা উল্লেখ কৰিছিল। কাৰণ তাৰ আগৰ বছৰ শান্তি-সেনাৰ কাৰণে আইন প্ৰণয়ন কৰিবলৈ মই অনুমতি বিচাৰিছিলোঁ।

বৈদেশিক সাহায্যৰ উপৰোক্ত চাৰিটা উদাহৰণহে দিয়া গ'ল। এইবোৰ সৰ্বসাধাৰণ মানুহৰ উপকাৰৰ অৰ্থে কৰা হৈছে, ই কেৱল দেখনিয়াৰ বস্তু মাথোন নহয়। ইতিহাসৰ পিঠিত খুব কম কামেই বৃহৎ প্ৰত্যাহ্বান আগবঢ়াইছে। আচৰিত কথা হ'ল আমি ইমান কম সময়ৰ ভিতৰতে ইমানদূৰ উন্নতি কৰিছোঁ। ৭০০ বছৰৰ আগেয়ে "মেগ্নাকাৰ্টা" স্বাক্ষৰিত হৈছিল অথচ এতিয়াও আমি গণতান্ত্ৰিক চৰকাৰৰ মূল প্ৰশ্নসমূহক লৈ যুঁজবাগৰ কৰো। কিন্তু বৈদেশিক সাহায্যৰ ঐতিহাসিক আৰম্ভণিৰ এক শতিকাৰ অলপহে বেছি হব, ইয়াৰ উন্নতি সম্পৰ্কত অধৈৰ্যই দেখা দিছিল।

চলিত বছৰত আলোচনা-সমালোচনাৰ যোগেদি এই কাৰ্যক্ৰমৰ তাৎপৰ্যপূৰ্ণ উন্নতি সধা হৈছে। বিশেষকৈ ১৯৬১ চনৰ "ইণ্টাৰনেচনেল ডেভেলপমেণ্ট এক্টৈ," (আন্তৰ্জাতিক উন্নয়ন আইন) আন্তৰ্জাতিক উন্নয়নৰ উদ্দেশ্যে সকলো ঠাইতে এজেন্সী স্থাপন কৰি বহু উন্নতি সাধিছে। বৰ্তমানৰ সহযোগিতাৰ কাৰ্যক্ৰমৰ ভিতৰত, উন্নতিৰ অৰ্থে ৰাষ্ট্ৰপুঞ্জৰ মিলন মোৰ বাবে বিশেষ আগ্ৰহৰ বিষয়। কাৰণ পৃথিৱীৰ এটা অতি জটিল দিশ ইয়াৰ লগত জড়িত হৈ আছে। এইটো এটা সমবায় উদ্যম; কৃষি শক্তিকাৰ দান আধ্যাত্মিক আৰু বস্তুবাদী সম্পদৰাজিৰ সদ্ব্যৱহাৰ কৰিবলৈ উনৈশখন লেটিন আমেৰিকান দেশ আৰু যুক্তৰাষ্ট্ৰ একলগ হৈছে। এইটো কেৱল যুক্তৰাষ্ট্ৰৰ সাহায্য কাৰ্যক্ৰমে নহয়; লেটিন আমেৰিকান দেশসমূহৰ ওপৰত প্ৰধান কাৰ্যৰ ভাৰ আছে, আমাৰ ভূমিকা তাত পৰিপূৰকৰ দৰে। তথাপিও গণতান্ত্ৰিক চৰকাৰৰ নীতিসমূহত যুক্তৰাষ্ট্ৰ আৰু সেই দেশসমূহে সমানে আত্মোৎসৰ্গ কৰিব লাগিব।

কমিউনিষ্ট আৰু আন আন চূড়ান্তবাদীসকলৰ লগত বিসকলে প্ৰচলিত পদ্ধতিক এক তুমুল ধ্বংসকাৰ্য আৰু একনায়কত্ববাদৰ আৰোপ অবিহনে মানৱসমাজক অজ্ঞানতা আৰু দাৰিদ্ৰ্যৰ কবলৰপৰা মুক্ত কৰা নাযায় বুলি আস্ফালন তুলিছিল সেই সকলৰ উন্নতিৰ অৰ্থে ৰাষ্ট্ৰপুঞ্জৰ মিলন এটা সাহসী প্ৰত্যাহ্বান।

এই সমবায় ব্যৱস্থাটো হাতত লোৱাৰ কাৰণ হ'ল ইয়াৰদ্বাৰা সাংবিধানিক গণতন্ত্ৰৰ নীতিসমূহেৰে মূল, জৰুৰী সামাজিক আৰু অৰ্থনৈতিক পৰিৱৰ্তনৰাজি সম্পূৰ্ণকৈ, দ্ৰুতগতিৰে আৰু বিবেচনাৰে সমাধা কৰিব পৰা যাব বুলি আশা কৰা হৈছে। অৰ্থাৎ আমি জানো, পূৰ্ণ পৰ্যায়ৰ পৰিৱৰ্তন বা বৈপ্লৱিক পৰিৱৰ্তন আহিব পাৰে কেৱল শৃঙ্খলাপূৰ্ণ আৰু শান্তিপূৰ্ণ উপায়ৰ মাজেদিহে।

যদিও লেটিন আমেৰিকাত কোনো কমিউনিষ্ট বা কাষ্ট্ৰোপন্থী নাই, তথাপি তাত বিঘ্ন, বিশৃঙ্খলা আৰু উত্তেজনাৰ সৃষ্টি হব। কাষ্ট্ৰোৰ কমিউনিজম লেটিন আমেৰিকাৰ বৃহৎ অঞ্চলত বিয়পি পৰা গভীৰ অসন্তুষ্টিৰ কাৰণস্বৰূপ নহয়, বৰং তাৰ এটি প্ৰতিক্ৰিয়াহে। এজন পৰিদৰ্শকে বৰ্ণোৱাৰ দৰে,—বেছিভাগ লেটিন আমেৰিকানেই মৰণ-সীমাৰ ৰাস্তাত জন্মিছিল আৰু অনুভৱ কৰিছিল যে সিহঁত মৃত্যুৰ দিনলৈকে তাত বাস কৰিব লাগিব। নিৰ্মম দাৰিদ্ৰ্য আৰু বাক্‌হীন নিৰাশাৰ জীৱন 'তাত সাধাৰণ ঘটনা।' এইবোৰ মই নিজ চকুৰেই দেখিছোঁ। লেটিন আমেৰিকা এটি বিস্ফোৰক, আৰু আমাৰ প্ৰতিবেশীসমূহত আৰ

কেণ্ডিয়াখাই বিস্ফোৰণ হৈছে। কাষ্ট্ৰো আৰু তেওঁৰ কমিউনিষ্টসকলে এটা ডমুৰ মুমূৰ্ষু অৱস্থাৰ উত্তেজনা আৰু বিপত্তিবোধ আত্মসাৎ কৰিছে। কাষ্ট্ৰো আৰু কাষ্ট্ৰোৰ শাসনে কিউবাত যি ধ্বংসকাৰ্য সাধন কৰিলে, সি লেটিন আমেৰিকাৰ ৰোগ নিবাৰণ নকৰে, কাৰণ লেটিন আমেৰিকা অত্যন্ত ৰোগকাতৰ। বিশেষকৈ এই ৰোগ বহু বছৰৰ পুৰণি। আৰু এই ৰোগৰ কাৰণ হ'ল স্বকীয় ব্যৰ্থতা লগতে আংশিকভাৱে আমাৰ অৱহেলা।

মই এনে কেইটামান সংখ্যা আগবঢ়াব পাৰোঁ যিয়ে ইয়াৰ সমস্যাৰ গভীৰতাক ভালপেলাই দিব। লেটিন আমেৰিকাৰ আয়তন মাৰ্কিন যুক্তৰাষ্ট্ৰতকৈ ২.৫ গুণে বেছি ডাঙৰ; তাত ২০০ নিযুতকৈ অধিক লোক বাস কৰে। কিন্তু ১৯৪৫ পৰা ১৯৬০ চনলৈ যুক্তৰাষ্ট্ৰৰ অৰ্থনৈতিক সাহায্য লাভ কৰিছে শতকৰা ৩ ভাগতকৈ কম। তাৰ তুলনাত ইউৰোপে পাইছে শতকৰা ৪১ ভাগ, মধ্য প্ৰাচ্যই পাইছে শতকৰা ১৭.৫ ভাগ, ওচৰ প্ৰাচ্যই শতকৰা প্ৰায় ১২ ভাগ; লেটিন আমেৰিকাৰ দেশবোৰৰ শতকৰা ২ ভাগ লোকৰহে সৰ্বমুঠ সম্পত্তিৰ শতকৰা ৫০ ভাগৰ অধিক সম্পত্তি আছে। দুই-তৃতীয়াংশৰপৰা, তিনি-চতুৰ্থাংশ লেটিন আমেৰিকান অভাৱনীয় দাৰিদ্ৰ্যৰ অতল তলিত পোত গৈ আছে। তাৰ উপৰিও লেটিন আমেৰিকান জনসংখ্যাৰ সঁচাকৈয়ে এটি বিস্ফোৰণ ঘটিছে। ১৯২০ চনৰপৰা ১৯৫৬ চনৰ ভিতৰত দুগুণ বৃদ্ধি হৈছে, আৰু বৰ্তমানে বছৰি শতকৰা ২.৫ ভাগতকৈ বেছি গতিৰে বাঢ়িছে। অলপতে মই কেইখনমান মধ্য আমেৰিকান প্ৰজাতান্ত্ৰিক ৰাজ্যলৈ গৈছিলোঁ, তাত দেখিছোঁ, জনসংখ্যাৰ গতি শতকৰা ৩.৫—৪ ভাগলৈ বৃদ্ধি হৈছে। জীৱনৰ পৰিসৰ বৃদ্ধি কৰা হৈছে যদিও গুলোটাকৈ, সমস্ত দক্ষিণাঞ্চল আৰু মধ্য আমেৰিকাত জীৱনৰ ম্যাদ এতিয়াও পঞ্চলিশ বছৰ বয়সতকৈ কম। আনহাতে যুক্তৰাষ্ট্ৰত তাৰ ম্যাদ সত্তৰ বছৰ।

এই পৰিসংখ্যানে দেখুওৱা সমস্যাবাজি কোনোপধ্যেই উপকৰা বিধৰ নহয়। সেইবোৰ গভীৰ আৰু বহুদিনীয়া; বহু শতিকাজুৰি মানুহৰ ঐতিহ্য আৰু সা-সুবিধাৰ কঠিন বেদীত সেইবোৰ গঁঠা হৈ বৈছে। সেইবোৰ উৎপাটিত কৰিবলৈ হলে আমাৰ যুগৰ কেতবোৰ সাহসী আৰু চতুৰ লোকৰ প্ৰয়োজন; তেওঁলোকে ইয়াৰ আগলৈ আমি অধিগ্ৰহণ কৰা যি কোনো মানবীয় আৰু বস্তুবাদী সম্পদতকৈ বহু বেছি সম্পদ অধিগ্ৰহণ কৰিব লাগিব। আমি আগতে লাভ কৰা সম্পদবাজি, কেৱল ইয়াৰ আৱশ্যকী বুলিহে ধৰি লব পাৰি। মোৰ

ভয় হয়, যদি বহুত বেছি লাভ কৰিব নোৱাৰোঁ। তেন্তে আমি যিখিনি কৰিছিলোঁ সেই সকলোখিনিকে হেৰুৱাম।

এনে এটি কাম কেৱল যুক্তৰাষ্ট্ৰই অকলে নকৰে। আমি ভালদৰে মনত ৰখা দৰ্কাৰ, উন্নতিৰ অৰ্থে ৰাষ্ট্ৰপুঞ্জৰ মিলন এটি মিলনহে। ই সমভাগী ব্যৱস্থা। আমি ইয়াৰ এটি মাথো অংশ। যদি এই মিলনৰ সম্পৰ্ক সফল হব লাগে তেন্তে আমি সকলোৱে এই ভূভাগৰ সকলো দেশৰ সম্পদৰাজি বীৰত্বৰ গতিৰে সংগ্ৰহ কৰিব লাগিব। আমি বৰং পশ্চিম ইউৰোপীয় ৰাষ্ট্ৰপুঞ্জৰ চহকী বন্ধুবৰ্গৰপৰা এই কামলৈ বৰঙণি বিচাৰিব পাৰোঁ—কাৰণ স্বাধীনতা লাভৰ যুদ্ধ গোটেই বিশ্বৰ মঙ্গলৰ কাৰণে।

আমিয়ে এইখন যুদ্ধত নামি পৰিছোঁ। লেটিন আমেৰিকাত, উন্নতিৰ অৰ্থে ৰাষ্ট্ৰপুঞ্জৰ মিলনৰ কাৰ্যাবলী প্ৰথমবাৰ পৰিদৰ্শন কৰি এটা চিন্তাক্লিষ্ট মন লৈ মই দেশলৈ উভতিছিলোঁ। তাৰ পিছত বহুবাৰ পৰিদৰ্শন আৰু অধ্যয়ন কৰি এতিয়া মই বিশেষভাৱে আশান্বিত। "লাইফ" আলোচনীৰ এটি সম্পাদকীয়ত ৰাষ্ট্ৰপুঞ্জৰ মিলন সম্পৰ্কত এইদৰে মন্তব্য কৰিছিল: "লেটিন আকাশ আজি উজ্জ্বলতৰ" আৰু লিখিছিল যে ইয়াৰ লক্ষ্য, "আগত আঠ বছৰৰ ভিতৰত আয়বৃদ্ধি, অৰ্থনীতি বহুমুখী কৰি তোলা, স্বাস্থ্য, বাসগৃহ আৰু পঢ়াশালিৰ উন্নতি সাধন লগতে ২০০ নিযুত লোকৰ স্বাধীনতাৰ পৰিসৰ বিস্তৃত কৰা ইত্যাদি কাৰ্য সাধনৰ কোনো ত্ৰুটী নহব। মাৰ্শ্বাল পৰিকল্পনাতকৈ ইয়াৰ কাম অন্য ধৰণৰ হব। অৰ্থাৎ মাৰ্শ্বাল পৰিকল্পনাই এটা ভাগিপৰা কিন্তু চলি থকা ব্যৱস্থা পুনৰ্নিৰ্মাণ কৰিছে; আনহাতে ৰাষ্ট্ৰপুঞ্জৰ মিলনৰ লক্ষ্য হ'ল এনে এখন সমাজ আৰু অৰ্থনীতি ৰূপায়িত কৰা যি আগতে হোৱা নাই।" ই এদিনৰ কাম নহয় বা খুব সম্ভৱ এটা শতিকাতো নহব। কিন্তু ইয়াৰ প্ৰকৃত আৰম্ভণী কৰা হৈ গৈছে।

আমাৰ সাহায্যই মাথো অনা সাফল্যৰ কাৰণে আমেৰিকানসকলে গৌৰব কৰিব পাৰে। ভাৰতবৰ্ষই আন যি কোনো কম উন্নত দেশসমূহৰ ভিতৰত যুক্তৰাষ্ট্ৰ আৰু আন আন স্বাধীন দেশৰপৰা অধিক সাহায্য লাভ কৰিছে। ১৯৬০ চনৰ মাৰ্চ মাহৰ শেষলৈ ভাৰতবৰ্ষত শিল্পজাত উৎপাদন শতকৰা ৬'৪ ভাগৰপৰা শতকৰা ৮ ভাগলৈ বৃদ্ধি পাইছে। সেই বছৰতে ভাৰতবৰ্ষৰ এলুমিনিয়াম উৎপাদন ২০,০০০ টনৰপৰা ৪৩,০০০ টনলৈ বাঢ়িছে। ইয়াৰ শিল্প উন্নয়নৰ প্ৰয়োজনীয় যন্ত্ৰৰ আহিলা-পাতি শতকৰা ৫৪ ভাগ বৰ্ধিত হৈছে।

তেওঁলোকে এতিয়াও কোনো কিতাপ-পত্র লিখা নাই যদিও, এদিনাখন সেইপুথিবে চেল্‌ক ঠাহ খাব। কিতাপৰ বিষয়বস্তু হব যুক্তৰাষ্ট্ৰৰ সাহায্যেৰে তেওঁলোকৰ ৰাজহুৱা আৰু ব্যৱসায়িক শাসনত কিমানদূৰ অগ্ৰসৰ হৈছে আৰু কাৰিকৰী সাহায্যৰ যোগেদি ভাৰতবৰ্ষৰ কি কি সফলতা লাভ সম্ভৱ হৈছে। সমবায়-সমিতিৰ (মোৰ এটি বিশেষ আগ্ৰহৰ বস্তু) বিষয়ত তাৰ অগণন উদাহৰণ আছে। বিশেষকৈ ব্যক্তিগত উদ্যোগক ঋণ দানৰদ্বাৰা আৰু কৃষিৰ ক্ষেত্ৰত কাৰিকৰী সাহায্যৰ সমন্বয় বা কৃষি ঋণৰ যোগেদি উন্নতি সধা হৈছে।'

আমাৰ সাহায্যই মেলেৰিয়া নিৰ্মূল কৰাত নাটকীয় সাফল্য লাভ কৰিছে। বৰ্তমানে বিশ্বৰ মেলেৰিয়া ৰোগীৰ সংখ্যা ৩৫০ নিযুতৰপৰা ১০০ নিযুতত্তকৈও কমি গৈছে। কোনো কোনো অঞ্চলৰপৰা এই ৰোগ একেবাৰে নোহোৱা হৈছে। উজ্জ্বল স্বাস্থ্যই আন আন দিশে নানা লাভৰ সূচনা কৰিছে। ভাৰতবৰ্ষৰ কোনো কোনো অংশত মেলেৰিয়া নিবাৰণত ব্যয় কৰা টকাৰ পৰিণতি স্বৰূপে শিল্পজাত উৎপাদন বাঢ়িছে। তাৰ ফলত ভাৰতবৰ্ষৰ মূল জাতীয় উৎপাদন বছৰি প্ৰায় ৫০০ নিযুত ডলাৰ বৃদ্ধি হৈছে। উত্তৰ ভাৰতৰ এটুকুৰা চহকী অঞ্চলত মেলেৰিয়া নিবাৰণে খেতিৰ মাটি শতকৰা ৪০০তকৈ বেছি বৃদ্ধি কৰিছে আৰু খাদ্যশস্যৰ উৎপন্ন শতকৰা ১৩০ ভাগ বঢ়াইছে।

সকলোদিশতে এনেদৰে অৰ্থনৈতিক সাফল্যৰ ভাল লক্ষণ দেখা গৈছে। অলপতে এটি বিশ্লেষণ কৰা হৈছিল। সেইটো হৈছিল, এই কাৰ্যক্ৰমৰ আৰম্ভণীৰেপৰা ৩০০ নিযুত ডলাৰতকৈও অধিক আমেৰিকান সাহায্য লাভ কৰা ৪১খন দেশৰ ওপৰত। (অথবা য'ত জনসংখ্যা ১০ নিযুতত্তকৈও কম তাত জনে প্ৰতি প্ৰায় ৩০ ডলাৰ পাইছিল।) ইয়াৰ পিছত দেখা গ'ল ৩৩ খন দেশৰ বিশিষ্ট পৰিমাণৰ অৰ্থনৈতিক বিকাশ লাভ হৈছে; প্ৰত্যেক পাঁচ বছৰৰ মূৰে মূৰে বৰ্ধিত আয়ত প্ৰায় শতকৰা ১'৫ per capita আয় যোগ হৈছে। ইয়াৰে চৈধ্যখন দেশ সম্পূৰ্ণ স্বাৱলম্বী হৈ উঠিছে; আন এঘাৰ খনে প্ৰয়োজনীয় স্বাৱলম্বনৰ সীমাত উপনীত হৈছে। এইবোৰ দেশৰ শতকৰা ২০ ভাগৰো কম মুঠ ব্যয়ৰ ধন বৰ্তমানে বৈদেশিক সাহায্যৰদ্বাৰা পূৰণ কৰা হয়। বিশিষ্ট অৰ্থনৈতিক বিকাশ সাধন আৰু প্ৰয়োজনীয় স্বাৱলম্বনৰ পথত আগবঢ়া এইবোৰ দেশত লগে লগে গণতান্ত্ৰিক ৰাজনৈতিক অনুষ্ঠানসমূহো শক্তিশালী হৈ উঠিছে।

এই ভাবে, বৈদেশিক সাহায্যৰ প্ৰাথমিক লক্ষ্য হোৱা উচিত এখন সুস্থিৰ আৰু পাৰস্পৰিক নিৰ্ভৰশীল পৃথিৱীৰ ৰূপ দিয়া। বাণিজ্যৰ উন্নতিয়ে এই কাম সাধিব, লগতে সকল হ'ব আমেৰিকাৰ নিজা স্বাৰ্থবাজি। কম উন্নত দেশসমূহ আমেৰিকাৰ বস্তুবাজি আৰু সেৱাকাৰ্যৰ উপযুক্ত বিশাল পণ্য অঞ্চল। বৈদেশিক সাহায্যই আমেৰিকাৰ অৰ্থনীতিৰ উপকাৰ সাধন কৰিছে। সংগৃহিত বস্তুৰ শতকৰা ৮০ ভাগেই আমেৰিকাৰ বস্তু আৰু সেৱাকাৰ্যৰ সমল; বাকী ২০ ভাগ স্বাভাৱিকতে ঘৰলৈ ঘূৰি আহিছে। যুক্তৰাষ্ট্ৰৰ প্ৰায় প্ৰত্যেকখন ৰাজ্যই সাহায্য সম্বন্ধৰ সুফল উপলব্ধি কৰিবলৈ আৰম্ভ কৰিছে।

অৰ্থ-সাহায্যপ্ৰাপ্ত যুক্তৰাষ্ট্ৰীয় সংগ্ৰাহক-সংস্থাই যুক্তৰাষ্ট্ৰৰ ব্যৱসায়ক বিশ্ব-বাণিজ্যৰ অভিজ্ঞতা অৰ্জনৰ সুযোগ দিছে। বৈদেশিক সাহায্যৰ যোগে আমেৰিকান ব্যৱসায়ীসকলে ভৱিষ্যতলৈ নিয়মিত বাণিজ্য পৰিবহনৰ জৰিয়তে বস্তু বিক্ৰীৰ প্ৰয়োজনীয় দক্ষতা আহৰণ কৰি লৈছে। বাণিজ্যই সাহায্যক ৰূপান্তৰিত কৰে। গতিকে, এইবোৰ দক্ষতা, কলাকৌশল আৰু সম্বন্ধই তেওঁলোকক বিশ্ববাণিজ্য-মেলাত নিজৰ শ্ৰীবৃদ্ধি কৰিবলৈ নিশ্চয় সহায় কৰিব।

আন আন দেশবোৰে এই কথাটো ভালদৰে বুজিছে। ফেডাৰেল প্ৰজাতান্ত্ৰিক জাৰ্মানীয়ে বৃহৎ পৰিমাণৰ টকা কেইখনমান কম উন্নত দেশৰ বাবে ব্যয় কৰিছে। সেই দেশ কেইখন হৈছে, কঙ্গো, কোৰিয়া, আৰু ব্ৰাজিল। ফৰাচী চৰকাৰে বৈদেশিক সাহায্যৰ per capita হিচাপত আমাতকৈ বেছি ব্যয় কৰে, আৰু এতিয়া তেওঁলোকৰ এই কাৰ্যক্ৰম বহলাইছে। বৃটিছসকলেও তেওঁলোকৰ বৈদেশিক সাহায্য কাৰ্যক্ৰম বৃদ্ধি কৰিছে।

আমাৰ সাহায্য কাৰ্যক্ৰম সম্বন্ধে বহুতো সৎ আৰু যুক্তিযুক্ত সমালোচনা হৈছে। যোৱা কেইবছৰত ইয়াৰ কাৰ্য-প্ৰণালী আৰু শাসনপদ্ধতিৰ উন্নতি কৰিবলৈ বিশেষ যত্ন লোৱা হৈছে। ১৯৬১ চনত কংগ্ৰেছে নতুন পন্থা নিৰ্ণয় কৰিছে আৰু তাক কাৰ্যত পৰিণত কৰা হৈছে AIDৰ যোগেদি। এই পন্থা অনুসৰি দীঘলীয়া উন্নয়ন পৰিকল্পনা, সাহায্যদান দিয়া আন দেশবোৰৰ বৰঙণি বৃদ্ধি কৰা, স্বাৱলম্বন আৰু সংশোধন, বৃহৎ সংগ্ৰহ আৰু নিৰ্বাচন আদি কাৰ্যৰ ওপৰত জোৰ দিয়া হৈছে। বৰ্তমানে আমাৰ অৰ্থনৈতিক সাহায্যৰ শতকৰা ৮০ ভাগ বিশখন দেশলৈ পঠোৱা হৈছে; আৰু শতকৰা ৮০ ভাগ সেনাবাহিনীৰ সাহায্য দহখন দেশলৈ পঠোৱা হৈছে।

এই কাৰ্যক্ৰমৰ প্ৰধান দুৰ্বলতা আছিল, দেশৰ সমস্যাবাজিৰ ক্ষেত্ৰত সৰ্বাত্মক ভাৱে অগ্ৰগমনৰ ব্যৰ্থতা আৰু সাহায্যপ্ৰাপ্ত দেশসমূহৰ পৰিকল্পনাৰ অক্ষমতা। সৰহভাগ সাহায্য এটাৰ পাছত আন এটা পৰিকল্পনাৰ ভিত্তিত বিতৰণ কৰা হৈছিল; তাৰ লগতে দেশৰ মূল প্ৰয়োজনৰ বিষয়ে সামান্য বিশ্লেষণ কৰা হৈছিল। এতিয়াৰ পদ্ধতিটো আগৰটোতকৈ বহুত ভাল। এতিয়া প্ৰত্যেক দেশৰে অৱস্থা সাৱধানে বিচাৰ কৰি চোৱা হয় আৰু আমাৰ সাহায্য কাৰ্যকৰী কৰাৰ উদ্দেশ্যে সৰ্বাত্মক পৰিকল্পনা দাঙি ধৰা হয়। কেৱল জৰুৰী ৰাজনৈতিক সমস্যাত জড়িত হৈ পৰা ঠাইবোৰৰ বাহিৰে, প্ৰত্যেক দেশৰ উন্নয়ন উদ্যোগৰ প্ৰাধান্য অনুসৰি সাহায্য দান কৰা হয়। তাৰ পিছত প্ৰত্যেক দেশৰ উন্নতিৰ পৰ্যালোচনা, আৰু ইয়াৰ স্বাৱলম্বনৰ পৰিমাণ জুমি চোৱা হয়।

আমিও এতিয়া দেশসমূহক স্বকীয় সমস্যাবাজি বিচাৰ কৰি চাবলৈ আৰু নিজা উন্নয়নৰ কাৰণে পৰিকল্পনা স্থিৰ কৰিবলৈ উৎসাহিত কৰো। উন্নতিৰ অৰ্থে ৰাষ্ট্ৰপুঞ্জৰ মিলনৰ ক্ষেত্ৰত এই কথা অলপ বেলেগ। প্ৰত্যেক লেটিন আমেৰিকান দেশে আমেৰিকান ৰাজ্যিক সংস্থাৰ বিশেষজ্ঞ কমিটিত তেওঁলোকৰ উন্নয়ন পৰিকল্পনাৰ খচৰা সমালোচনা আৰু অনুমোদনৰ কাৰণে জমা দিব লাগিব।

সাহায্য অনুদান দিয়াৰ আগতে কিছুমান চৰ্তৰ ওপৰত অনুদানৰ বন্দোবস্ত হয়, আৰু সেইটোৱে আমাক নিৰ্বাচনৰ কাৰণে বিশেষ সুবিধা দিয়ে। বহু বছৰলৈ আমি ধাৰণা কৰি লৈছিলোঁ যে এনেবোৰ চৰ্ত আন দেশৰ ঘৰুৱা পৰিস্থিতিৰ ওপৰত "বন্ধন" আৰু হস্তক্ষেপৰ সদৃশ। গতিকে সেইবোৰ অন্যায়। সাহায্য অনুদান কাৰ্যকৰী হোৱাত চৰ্তসহ কৰা আগতীয়া বন্দোবস্ত বিশেষ প্ৰয়োজনীয় বুলি বৰ্ত্তমানে ধৰা হৈছে।

ৰাষ্ট্ৰপুঞ্জৰ ঐক্য নীতি অনুসৰি এথন বৃহৎ যুক্তৰাষ্ট্ৰীয় ঋণদান কাৰ্যক্ৰমৰ প্ৰয়োজন হৈ আছিব। কিন্তু সৰহভাগ উন্নয়ন ঋণদান কাৰ্য আন্তঃআমেৰিকান উন্নয়ন বেঙ্ক আৰু আন আন্তৰ্জাতিক আৰ্থিক অনুষ্ঠানলৈ পৰিৱৰ্তিত কৰিব লাগিব।

পৃথিৱীৰ আন বহুতো অঞ্চলতে এনেকুৱা বহুমুখী কাৰ্যক্ৰম আমাৰ বাবে প্ৰয়োজনহীন। দক্ষিণপূব এছিয়াৰ দেশবোৰক কমিউনিষ্ট অক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ আমাৰ বৰ্তমান পৰ্যায়ৰ সৈন্য-বিভাগীয় কাৰ্যক্ৰম চলাই যাব লাগিব; লগতে আমাৰ সামাজিক আৰু অৰ্থনৈতিক উন্নয়নমূলক কাৰ্যক্ৰম বৃদ্ধি কৰিব লাগিব। মধ্য প্ৰাচ্য, এছিয়া, ভাৰতবৰ্ষ, পাকিস্তান আদি ঠাইবোৰ

বৃহৎ উন্নয়নকাৰ্যৰ কাৰণে প্ৰয়োজনীয় অৰ্থৰ সৰহভাগ নানান ধৰণৰ এজেন্সিবপৰা যোগান ধৰা হব। ভাৰতবৰ্ষ, পাকিস্তান, ইৰাণ, আৰু তাৰ্কি আদি দেশবোৰত অৰ্থৰ যোগান ধৰিবলৈ বিশ্ব-বেঙ্ক আৰু আন্তৰ্জাতিক উন্নয়ন সংস্থাৰ ভূমিকা বহুল কৰি প্ৰয়োজনীয় অৰ্থ-সাহায্য দিব পৰা যাব। ই আমাৰ ইউৰোপীয়ান ৰাষ্ট্ৰপুঞ্জৰ বৃহৎ অৰ্থনৈতিক ঐক্য সাধিব পাৰিব।

সাধাৰণভাবে, আমি বহুমুখী, বহুজাতীয় আৰু আন্তৰ্জাতিক বেঙ্ক আদিক টকা পইচাৰ যোগান ধৰাত উৎসাহিত কৰা উচিত। এই বেঙ্কবোৰৰ সমিতিত আমি আমাৰ উপযুক্ত প্ৰতিনিধিত্ব বিচাৰিব পাৰোঁ; লগতে চেক্ৰেটৰীয়েট নাইবা শাসন ব্যৱস্থাত যথেষ্ট সংখ্যক আমেৰিকানক ভৰ্তি কৰি লবৰ বাবে দাবী কৰিব পাৰোঁ। অৰ্থ বিতৰণৰ প্ৰত্যক্ষ দ্বৈত ব্যৱস্থাই আমাক প্ৰত্যেক দেশৰ সমস্যাৰ লগত জড়িত কৰে। এই ব্যৱস্থা অতিপাত খৰচীও। বহুজাতীয় সংস্থাৰ ওপৰত জোৰ দি আমি বিশ্ব উন্নয়ন কামলৈ অৰ্থ যোগান ধৰাত আনৰ সাহায্যও লাভ কৰিব পাৰিম। এই বহুমুখী এজেন্সিৰ এটা সুবিধা আছে; কেৱল আমেৰিকাৰ দাবী মানি লোৱাত অসন্তুষ্ট হলে দান-সাহায্য প্ৰাপ্ত দেশবোৰক কেতবোৰ চৰ্ত মানি লবলৈ ই সহজে বাধ্য কৰিব পাৰিব।

মই ভাবোঁ, আৰু অধিক বৈদেশিক সাহায্য কাৰ্যক্ৰম এহাতে যুক্তৰাষ্ট্ৰৰ ৰাজহুৱা আৰু ব্যক্তিগত গোষ্ঠী বা অনুষ্ঠানে ঠিকা হিচাপে বন্দোবস্ত কৰি চলাই যাব পাৰে; আনহাতে অন্যান্য চৰকাৰী এজেন্সিবোৰে টকা পুনৰ ঘূৰাই দিয়া বন্দোবস্তত এই সাহায্য চলাব পাৰে। মই এইটো বুজোৱা নাই যে আন্তৰ্জাতিক উন্নয়নৰ এজেন্সিক ঠিকাৰ অফিচৰ পৰ্যায়লৈ নমাই দিব লাগে; বৈদেশিক সাহায্য কাৰ্যক্ৰম, ৰাজ্যৰ চেক্ৰেটাৰীৰ নিৰ্দেশ অনুসৰি আৰু AID-ৰ প্ৰত্যক্ষ শাসন পদ্ধতিৰে কাম কৰিব লাগিব। যদি ইয়াৰ কাৰ্যক্ৰম আমেৰিকাৰ আদৰ্শ-বাদৰ অধিক শক্তিশালী প্ৰকাশৰ বাহন হব লাগে আৰু আমাৰ দক্ষতা আৰু জ্ঞান অন্যান্য ঠাইত ব্যৱহাৰ কৰিবৰ এটা উপযুক্ত সঁজুলি হব লাগে, তেন্তে AID-এ সচৰাচৰ এজেন্সিতকৈ সহকৰ্মী এজনৰ দৰেহে আমি কাম কৰিব লাগিব।

এইদৰে বৈদেশিক সাহায্যই ইয়াৰ প্ৰকৃত তাৎপৰ্য লাভ কৰিছে। সক ডাঙৰ সকলো দেশৰ ভিতৰতে ইজৰাইলে এই পথ দেখুৱাইছে। যোৱা পাঁচ ছয় বছৰৰ ভিতৰত ই আফ্ৰিকা আৰু এছিয়াৰ প্ৰায় আশীখন দেশলৈ কাৰিকৰী সাহায্য আগবঢ়াইছে। বৰ্তমানে ই ব্ৰাজিল, ইকুৱেদৰ, বোলিভিয়া আৰু

ভেনিজুৱেলা আদি দেশলৈ টেক্‌নিচিয়ান পঠিয়াইছে। অলপতে কৰা কাৰ্যক্ৰমঃ অনুসৰি লেটিন আমেৰিকাৰ ২০০ ছাত্ৰক আধুনিক কৃষি পদ্ধতিৰ বিষয়ে প্ৰশিক্ষণ দিয়া হব। ইজৰাইলে সেই প্ৰশিক্ষণপ্ৰাপ্ত মানৱীয় শক্তি আগবঢ়াইছে। এই দান বৃহৎ দেশবোৰে আৰু আন্তৰ্জাতিক ঋণ সংস্থাবোৰে দিয়া বৃহৎ উন্নয়ন ঋণৰ দৰেই বৈদেশিক সাহায্যৰ এটি অপৰিহাৰ্য অঙ্গ। ইজৰাইলে সাহায্যৰ বাবে মানৱীয় সম্পদ আগবঢ়াই ইয়াৰ মূল্যৰ কথাকে বুজাইছে।

কাৰণ দেশ এখনৰ অকল অৰ্থনৈতিক আৰু প্ৰাকৃতিক সম্পদৰ উন্নতিয়ে যথেষ্ট নহয়। আমি তাৰ মানুহৰ শক্তি-সামৰ্থ্যই আহৰণ কৰিব পৰা দক্ষতাৰ কথা বুজি লৈ তেওঁলোকক প্ৰশিক্ষণ দিয়াবলৈ যত্ন কৰিব লাগে। কোনো এখন দূৰ ঠাইত এটা লোহাৰ কাৰখানা গঢ়ি দিলেই যথেষ্ট নহয়, যদি তাৰ যন্ত্ৰ-পাতিবোৰ চলাবলৈ মানুহক প্ৰশিক্ষণ দিয়াত আমি সহায় নকৰোঁ। স্কুল এটা পাতি দিলেই নহব, লগতে অজ্ঞানতা আৰু নিৰক্ষৰতা গুচোৱাত সহায় কৰিবলৈ আমি স্থানীয় শিক্ষকক প্ৰশিক্ষণ দি তুলিব লাগিব। পিছপৰা গাঁৱলীয়া অঞ্চলৰ বাবে ট্ৰেক্টৰ আৰু খেতিৰ সঁজুলি কিনিবলৈ অৰ্থ সাহায্য দিলেই যথেষ্ট নহয়; স্থানীয় খেতিয়কসকলক আধুনিক পামৰ কলা-কৌশল আৰু দক্ষতা অৰ্জনৰ প্ৰশিক্ষণ দিয়াব লাগিব। কেৱল ঔষধপাতি আৰু হাস্পাতালৰ সঁজুলি আদি পঠিয়ালেই নহব; তাৰ লগতে চিকিৎসক, পৰিচাৰিকা আৰু স্বাস্থ্য বিজ্ঞানীকো প্ৰশিক্ষণ দিব লাগিব।

আমাৰ বৈদেশিক সাহায্য কাৰ্যক্ৰম অভিনৱ আৰু দুঃসাহসী। পৃথিৱীৰ নিযুত নিযুত স্থিৰতাহীন মানুহৰ আশা-আকাঙ্ক্ষা আৰু প্ৰয়োজনৰ প্ৰতি প্ৰকৃত সচেতন মনোভাব লোৱাটো আমাৰ নিয়ম। তথাপি আমি পৰিচালকৰ দেশ হিচাপে জনাজাত হোৱাৰ দায়িত্ব বহন কৰিছোঁ।

ডলাৰেই সকলো নহয়; খৰচ কৰিলেই সেইবোৰ গুচি যায়। যোগান দিয়া বস্তু ব্যৱহাৰত লগোৱা হয়, সা-সঁজুলি এদিন পুৰণি হৈ যায়। কিন্তু শিক্ষা, জ্ঞান আৰু মানুহে অৰ্জা দক্ষতা বহুদিনলৈ স্থায়ী হৈ থাকে।

আমাৰ দেশখন দাতা, গঢ়োঁতা, খেতিয়ক, ব্যৱসায়ী আৰু বৈজ্ঞানিক সকলো। বিভিন্ন দক্ষতাসম্পন্ন মানুহ আমাৰ আছে। সেইসকলে অৰ্থাৎ হেজাৰ আমেৰিকানে পৃথিৱীৰ চাৰিওকালে ঘূৰি-ঘূৰি সেইবোৰ দক্ষতা কিদৰে ব্যৱহাৰ কৰা হয় তাক আন মানুহক দেখুৱাব লাগিব। এই শতিকাত সকলোৰে উপৰি আমি শিক্ষকৰ দেশ হিচাপে জনাজাত হওঁহক।

## ॥ নিৰস্ত্ৰীকৰণ অভিমুখে ॥

বহু বছৰলৈ "বুলেটিন অব দি এটোমিক চাইন্টিষ্ট" (আণবিক বৈজ্ঞানিক সকলৰ পুস্তিকাৰ) ঢাকনিত থকা ঘড়ীটোত মাজৰাতি হবলৈ তিনিমিনিট বাকী আছিল; অৰ্থাৎ ই দেখুৱাইছিল সংযুক্ত সভ্যতা কিদৰে সৰ্বাত্মক আণবিক ধ্বংসৰ কাঠগৰাত দোদুল্যমান। ১৯৬০ চনত ঘড়ীৰ কাঁটা ছুডাল কেইমিনিটমান পিছুৱাই গৈছিল; যেতিয়া বছৰ যুক্তৰাষ্ট্ৰ, গ্ৰেট বৃটেন আৰু ছোভিয়েত ইউনিয়ন আদি দেশে সীমিত পৰমাণবিক পৰীক্ষাবন্ধ চুক্তিত স্বাক্ষৰ কৰিছিল, তেতিয়া ঘড়ীৰ কাঁটা পিছুৱাই গৈ মাজৰাতি হবলৈ বাৰ মিনিটত লাগিছিল। আজিও পিছত সেই অৱস্থাতে আছে। এই প্ৰতীকটো অতি পৰিষ্কাৰ। মানুহে ধ্বংসৰ হাতৰপৰা নিজকে অলপ ৰেহাই দিছে।

মুহূৰ্তৰ বাবে ই সেই বিবৃতি—হয়তো ই আকৌ হব। এই মুহূৰ্তত এটা কথাই ওলাই পৰিছে, মানুহৰ জীয়াই থকাৰ বাসনা আত্মহত্যাৰ নিচাতকৈ প্ৰবল। আমি প্ৰায় ছুই শতিকাজুৰি সেই বোমাৰ ছায়াত বাস কৰিছিলোঁ; এটা ভয়াল বিস্ফোৰণ এৰাই চলিবলৈ যাওঁতে ই হেজাৰ হেজাৰ বৈজ্ঞানিক দিগদৰ্শক আৰু সৈনিকৰ সমূহীয়া সম্পদ আৰু সাহস শুহি নিছে। এতিয়াও পাৰমাণবিক অস্ত্ৰ মানুহৰ স্থিতিৰ প্ৰশ্নত একমাত্ৰ সৰ্ববৃহৎ ভাবুকি।

মই নিজাকৈ নিৰস্ত্ৰীকৰণ, বিশেষকৈ পাৰমাণবিক নিৰস্ত্ৰীকৰণ প্ৰশ্নত জড়িত হৈ পৰোঁ চিনেটত থকা প্ৰথম বছৰত অৰ্থাৎ ১৯৪৯ চনত। ৰাষ্ট্ৰপতি ট্ৰুমেনে এটা হাইড্ৰোজেন বোমা নিৰ্মাণ কৰিবলৈ নিৰ্দেশ ঘোষণা কৰাৰ তিনি সপ্তাহৰ পিছত মই ৱাছিংটনৰ জাতীয় গিৰ্জাৰ (নেচনেল কেথেড্ৰেল) কাৰণে "ঈশ্বৰ মানুহ আৰু হাইড্ৰোজেন বোমা" বিষয়ৰ ওপৰত এটি বক্তৃতা সাজু কৰিছিলোঁ। মোৰ মন্তব্যবাজি, আদৰ্শবাদ আৰু দূৰ-নিৰীক্ষ্য লক্ষ্যৰ প্ৰতি পোনোৱা হৈছিল। "সাৰ্বভৌম নিৰস্ত্ৰীকৰণ" আৰু "যুদ্ধ পৰিত্যাগৰ অবিসম্বাদী মীমাংসা"ৰ ওপৰত মই জোৰ দিছিলোঁ। মই তেতিয়াই জানিছিলোঁ, আমি কেতিয়াও একপক্ষীয় নিৰস্ত্ৰীকৰণৰ গতিপথ গ্ৰহণ কৰি লব নোৱাৰোঁ; যি কোনো বন্দোবস্তৰ কাৰণে আমাক লাগে এটি "নিয়ন্ত্ৰণী পদ্ধতি"। আকৌ এইটোও জানিছিলোঁ, "কেৱল শান্তিৰ বাবে নহয়, আমাৰ জাতীয় স্বাৰ্থইহে মীমাংসাৰ কাৰণে নতুন প্ৰচেষ্টা লোৱাত আমাক বাধ্য কৰাইছে।

চিনেটৰ নিৰস্ত্ৰীকৰণ সহসমিতিৰ মই চেয়াৰমেন আছিলোঁ। নিৰস্ত্ৰীকৰণৰ ক্ষেত্ৰত অতীৰ লগতিয়াল বস্তুটোনো কি সেইটো বিচাৰি উলিয়াবলৈকে আন বহুতৰে লগত মই কেবা বছৰজুৰি যত্ন কৰিছিলোঁ। এই বিষয়ত কিনো কৰিব পৰা যায় সেই সম্পৰ্কে আমি ক্ৰমাম্বয়ে জনা হৈ আহিলোঁ আৰু হলোঁ স্থিৰ নিশ্চয়। ১৯৫৬ চনৰ অক্টোবৰ মাহত সহ-সমিতিয়ে পাৰমাণৱিক পৰীক্ষাৰ কাৰিকৰী দিশৰ ওপৰত এখন ইস্তাহাৰ প্ৰচাৰ কৰিলে। ইয়াৰ আগকথাত মই এডলাই ষ্টিভেন্সনৰ পক্ষ সমৰ্থন কৰি কৈছিলোঁ যে পাৰমাণৱিক অস্ত্ৰ পৰীক্ষা বন্ধ কৰিবলৈ এটা মীমাংসাত আহিবলৈ চেষ্টা চলাব লাগে। পৰিস্থিতিৰ আগত আমি স্পষ্টকৈ সাজু আছিলোঁ।

সেই বছৰতে মই ৰাজ্যিক চেক্ৰেটাৰী জন ফষ্টাৰ ডালেছলৈ এলানি চিঠি লিখিবলৈ লৈছিলোঁ আৰু তাত পৰীক্ষা বন্ধৰ বাবে অধিক যত্ন কৰিবলৈ জোৰ দি ধৰিছিলোঁ। সহ-সমিতিয়েও, পাৰমাণৱিক ধ্বংসৰ সমস্যাত আগ্ৰহী কংগ্ৰেছৰ সমৰ্থন লাভ কৰিবলৈ বিচাৰিছিল। আমি পৰীক্ষা বন্ধৰ কাৰণে সুদক্ষ গোয়েন্দা পদ্ধতি আৰু আন আন মূল বস্তুৰ বিকাশৰ কাৰণে উৎসাহ যোগাইছিলোঁ। আমি জোৰ দি ধৰিছিলোঁ যে, বেছিভাগ ৰাজ্যবিভাগৰ কৰ্মীয়ে পৰীক্ষা বন্ধ আৰু আন আন নিৰস্ত্ৰীকৰণ কাৰ্যক্ৰমৰ কাৰণে কাম কৰক। (এই উদ্দেশ্য সাধনৰ বাবে ৰাজ্য বিভাগক লগাথিনি টকা দিবলৈ কংগ্ৰেছক সৈমান কৰোঁতে চাৰিবছৰ লাগিছিল। ১৯৬০ চনত কংগ্ৰেছ সৈমান হয়।)

১৯৫৮ চনৰ গোটেই বছৰজুৰি শাসকগোষ্ঠীক পৰীক্ষাবন্ধ সম্বন্ধে বক্তৃতা, মন্তিয়াৰ মন্তব্য, চিঠি পত্ৰৰ যোগেদি মই সচেতন কৰি ৰাখিছিলোঁ। ১৯৫৪ চনৰ ইষ্টাৰৰ আগৰ সপ্তাহত চিনেটত সদায় মই এই বিষয়ে বক্তৃতা কৰিছিলোঁ; প্ৰত্যেকবাৰতে মই সময় লৈছিলোঁ চাৰি ঘণ্টা। তেতিয়াৰ সংখ্যাধিক্যৰ নেতা লিণ্ডণ জনছনে সহায় কৰিবলৈ সম্মত হৈছিল, আৰু এই বক্তৃতাৰ বাবে চেম্বাৰত উপস্থিত থাকিবলৈ সকলো গণতান্ত্ৰিক চিনেটৰক অনুৰোধ কৰিছিল। (মোৰ বক্তব্যৰ মূল কথা আছিল চৰকাৰে, পৰীক্ষাবন্ধৰ প্ৰসঙ্গটো অন্যান্য নিৰস্ত্ৰীকৰণ প্ৰসঙ্গৰপৰা পৃথক কৰি ৰাখিবলৈ নতুন নীতি নিৰ্দ্ধাৰণ কৰা উচিত।) মই ৰাইজৰপৰা অকুণ্ঠিত উদ্দাম সঁহাৰি লাভ কৰিছিলোঁ। মই আগতে চিনেটত দিয়া অন্যান্য ভাষণতকৈ ই বহুত বেছি আছিল। দেখা গৈছিল, আমেৰিকাৰ সকল পৰীক্ষাবন্ধ প্ৰস্তাৱৰ প্ৰয়োজনীয়তা বুজি পোৱাত তেওঁলোকৰ নিৰ্বাচিত প্ৰতিনিধিসকলতকৈ কিছুদূৰ আগবাঢ়ি আছিল।

সহসমিতিৰ শুনানী বিশেষকৈ পৰীক্ষাবন্ধ বিষয়ৰ পিনে পোনোৱা হৈছিল ; আকৌ ইয়াৰ লগত জড়িত কাৰিকৰী, বৈজ্ঞানিক আৰু ৰাজনৈতিক প্ৰসঙ্গবোৰ ; প্ৰধানকৈ নিৰীক্ষণ, চিনাক্তকৰণ আৰু পৰিদৰ্শন বিষয়ত অধিক চৰকাৰী গবেষণাৰ প্ৰয়োজনীয়তাৰ ওপৰত জোৰ দিয়া হৈছিল। কিন্তু ১৯৫৯ চনত ছোভিয়েত ইউনিয়নৰ লগত মীমাংসা ব্যৰ্থ হোৱাত কংগ্ৰেছৰ আগ্ৰহ কমি গৈছিল। সেয়ে পৰীক্ষাবন্ধত ৰাষ্ট্ৰপতি আইচেনহাৱাৰৰ আগ্ৰহ নিঃসন্দেহে নিৰ্ভেজাল হলেও তেওঁৰ নিজৰ শাসকগোষ্ঠীৰ নেতৃবৃন্দৰপৰাই কম সমৰ্থন বা একেবাৰে সমৰ্থনে পোৱা নাছিল।

১৯৬০ চনৰ ফেব্ৰুৱাৰী মাহত মই এখন আইন উত্থাপন কৰিছিলো ; সেই আইনৰ মৰ্মে নিৰস্ত্ৰীকৰণৰ কাৰণে চৰকাৰৰ সকলো প্ৰচেষ্টা প্ৰসাৰ কৰিবলৈ আ[illegible]ীকৰণ কৰিবলৈ এটা জাতীয় শান্তি কেন্দ্ৰ ( "নেচনেল পিচ এজেন্সি" ) স্থাপনৰ প্ৰস্তাৱ আগবঢ়োৱা হৈছিল। আইনখন কাৰ্যকৰী কৰিবলৈ সদনৰ মজিয়া গৈ পোৱা নাছিল। কিন্তু পিছৰ বছৰত মই আকৌ যেতিয়া অস্ত্ৰ নিয়ন্ত্ৰণ আৰু নিৰস্ত্ৰীকৰণ ( "আৰ্মছ কণ্ট্ৰোল এণ্ড ডিছআৰ্মামেণ্ট এজেন্সি" ) স্থাপনৰ কাৰণে আইন উত্থাপন কৰিছিলো, কেনেডী চৰকাৰৰ মই সমৰ্থন লাভ কৰিছিলোঁ। ১৯৬১ চনৰ গ্ৰীষ্মকালীন বাৰ্লিন সংকটাৱস্থা সত্বেও ( আৰু পৰীক্ষাবন্ধত প্ৰায় বিশ্বই দ্বিধাগ্ৰস্থ থকা সত্বেও ) সেই আইনখনে অনুমোদন লাভ কৰিছিল আৰু সেই বছৰৰ শেষৰ ফালে এজেন্সি স্থাপন কৰা হৈছিল। এই এজেন্সীয়ে পৰীক্ষাবন্ধৰ কাৰিকৰী আৰু ৰাজনৈতিক সমস্যাৰাজি আৰু অন্যান্য নিৰস্ত্ৰীকৰণ প্ৰসঙ্গত ততাতৈয়াকৈ বিস্তাৰিত কাম আৰম্ভ কৰিছিল।

১৯৬২ চনৰ গ্ৰীষ্মকালত দেখা গ'ল, যুক্তৰাষ্ট্ৰই "বায়ুমাৰ্গত, পানীৰ তলত আৰু বহিঃমহাকাশত" পৰীক্ষা চলোৱা প্ৰয়োজনীয় সকলো প্ৰকাৰ নিৰীক্ষণ ব্যৱস্থা উদ্ভাৱন কৰিছে। সেই সময়তে ৰাষ্ট্ৰপতি কেনেডীয়ে ছোভিয়েত ইউনিয়নক এনে পৰামৰ্শ আগবঢ়াইছিল যে আমি এই "সীমিত" পৰীক্ষাবন্ধৰ উপায়ক লৈ এটা মীমাংসাৰ কাম আৰম্ভ কৰোঁহক। কিন্তু তেতিয়া ছোভিয়েত ইউনিয়নে এই প্ৰস্তাৱ অগ্ৰাহ্য কৰিছিল।

১৯৬৩ চনৰ ফেব্ৰুৱাৰী মাহত মই জেনেভা পৰীক্ষাবন্ধ চুক্তি সম্মিলনৰপৰা উভতি আহি কৈছিলোঁ, "যদি ছমাহৰ ভিতৰত কোনোৰকম মীমাংসালৈ আহিব পৰা নাযায় তেন্তে যি কোনো পৰীক্ষাবন্ধৰ মীমাংসা হোৱাৰ সম্ভাৱনা বহু বছৰলৈ আৰু নহবই।" মই ব্যক্তিগতভাৱে পৰামৰ্শটো পুনৰ উত্থাপন কৰি কৈছিলোঁ,

যুক্তৰাষ্ট্ৰই সীমিত পৰীক্ষাবন্ধৰ মীমাংসাৰ কাৰণে আন এটি প্ৰস্তাৱ আগবঢ়াব লাগে। যেতিয়া মই জানিব পাৰিলোঁ। চিনেটৰ থমাছ ডডো সেই বিষয়ত আগ্ৰহী, তেতিয়া তেওঁৰ লগ লাগি প্ৰস্তাৱাকাৰে, যুক্তৰাষ্ট্ৰই তাৰ ভিত্তিত মীমাংসাৰ প্ৰস্তাৱ আগবঢ়াব লাগে বুলি উত্থাপন কৰিছিলোঁ।। ১৯৬৩ চনৰ মে মাহৰ ২৭ তাৰিখে এই প্ৰস্তাৱ উত্থাপিত হৈছিল আৰু আমাৰ লগত সহযোগ কৰিছিল আন বত্ৰিশ গৰাকী চিনেটৰে। এই ঘটনাই ৰাষ্ট্ৰপতি কেনেডীৰে ক্ষমতা বৃদ্ধি কৰিছিল। সেই বাবেই জুনৰ আগপৰতে আমেৰিকা বিশ্ববিদ্যালয়ত বক্তৃতা দিওঁতে তেওঁ আমেৰিকা-ছোভিয়েত মীমাংসাৰ প্ৰশ্নটো পুনৰ উত্থাপন কৰিবলৈ জনতাক উৎসাহিত কৰিছিল।

মীমাংসা সফল হৈছিল। জুলাই মাহৰ ২৫ তাৰিখে যুক্তৰাষ্ট্ৰ গ্ৰেটবৃটেন আৰু চোভিয়েত ইউনিয়নে খচৰা তৈয়াৰ কৰিছিল। এখন চুক্তি[illegible] ইতিমধ্যে চিনেটে ২৪ চেপ্টেম্বৰত এই চুক্তি গ্ৰহণ কৰিছিল ; অন্যান্য নিবাসীবৈৰ খন দেশে আগতেই ইয়াত সমৰ্থন জনাইছিল।

এই চুক্তিয়ে, মহাকাশ, বহিঃ-মহাকাশ আৰু পানীৰ তলত পৰীক্ষা বন্ধ কৰি দিছিল। ই মাটিৰ তলত হোৱা পৰীক্ষা বিষয়ত এটা মীমাংসা চলোৱাৰ সুযোগ দিছিল। মানৱসমাজে জীয়াই থকাৰ এটা অৱসৰ-মুহূৰ্ত বিচাৰি পাইছিল। মাজৰাতিৰ নিচান এৰি ঘড়ীৰ কাঁটা পিছুৱাই গৈছিল।

ইয়াৰ বাবে অনেক প্ৰচেষ্টা, পৰিকল্পনা আৰু আশা ব্যয় হৈছে। মই ভাবোঁ, সীমিত পৰীক্ষা বন্ধ চুক্তি ৰাষ্ট্ৰপতি কেনেডীৰ এটা বৃহৎ সাফল্য ৰূপে চিৰস্মৰণীয় হব। ৰাষ্ট্ৰপতি কেনেডীয়ে আমেৰিকা বিশ্ববিদ্যালয়ত বক্তৃতা দিওঁতে ৰাছিয়ান আৰু আমেৰিকান জনতাই এই পাৰমাণবিক যুগত পৰস্পৰে পৰস্পৰক কৰা সমালোচনাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰিছিল ; জনতালৈ সি আছিল এটা সাহসী আবেদন। সেই আবেদনে নিষ্ঠাবিহীন নৈতিক ভাষ্য, সংস্কাৰ আৰু অযৌক্তিক ভয়ৰ পতন আনিছিল।

অৱশেষে, আমেৰিকান জনতালৈ কেৱল তেওঁৰ আবেদনেই চুক্তিটো বাস্তৱত ৰূপায়িত কৰা নাছিল। ইয়াৰ অন্তৰালত আছিল তেওঁৰ শাসন-পদ্ধতি, যিয়ে ছোভিয়েত ইউনিয়নৰ লগত যোগাযোগৰ দ্বাৰ মুক্ত ৰাখিও আমাৰ প্ৰতিৰক্ষা নাটকীয়ভাৱে শক্তিশালী কৰি তুলিছিল। আচলতে, অতীতত ছোভিয়েত ৰাছিয়াই এই চুক্তি গ্ৰহণ কৰাত বাৰে বাৰে অগ্ৰাহ্য কৰাৰ কাৰণ হ'ল ইয়াৰ বহুতো বৃহৎ উন্নয়নৰ প্ৰয়োজন আছিল :

(১) ৰাছিয়ানসকলে দেখিবলৈ পাইছিল, ১৯৬০ চনৰপৰা আমাৰ সেনাবাহিনীৰ শক্তি নাটকীয়ভাৱে বৃদ্ধি হৈছে। তাৰ উপৰি মূল অঞ্চলসমূহত আমাৰ কৌশলী প্ৰহৰী বাহিনীৰ ক্ষমতা চতুৰ্গুণ বৃদ্ধি হৈছে।

(২) ১৯৬২ চনৰ অক্টোবৰ মাহত কিউবাৰ সংকটপূৰ্ণ অৱস্থাত ৰাষ্ট্ৰপতি কেনেডীৰ দৃঢ়তা দেখি ৰাছিয়াৰ নেতৃত্ব কঁপি উঠিছিল। ছোভিয়েতসকলে ক্ষেপণাস্ত্ৰ কিউবাৰপৰা আঁতৰাই লৈ যায়।

(৩) ছোভিয়েত পৰিকল্পনাকাৰীয়ে তেওঁলোকৰ ভিতৰুৱা সমস্যাৰ ওপৰত চকু ৰাখি বৃহৎ পৰিমাণৰ সম্পদ পাৰমাণৱিক উন্নয়নত নলগাই কৃষি যান্ত্ৰিকৰণলৈ পৰিবৰ্তন কৰাৰ সবল যুক্তি আছে।

(৪) ৰাছিয়ানসকল কমিউনিষ্ট চীনৰ বৰ্ধিত ৰাজনৈতিক আৰু সেনাবাহিনীৰ ~~শক্তি~~ অহা ভাবুকিৰদ্বাৰা চিন্তান্বিত হৈ পৰিছিল; যাৰ ফলত ইয়াৰ নিজা পাৰমাণৱিক ক্ষমতাৰ বিকাশত মনোযোগ দিয়া দেখা গৈছিল।

(৫) সদোশেহত পাৰমাণৱিক অস্ত্ৰ বিস্তাৰ আৰু তাৰ লগে লগে পাৰমাণৱিক যুদ্ধৰ ভয়াবহতা বৃদ্ধিত আমেৰিকানসকলৰ লগতে ৰাছিয়ানসকলো সচকিত হৈ উঠিছিল।

পৰীক্ষা-বন্ধ চুক্তিখন নিঃসন্দেহে প্ৰয়োজনীয়। কিন্তু ইয়াৰ এটা ডাঙৰ গূঢ়াৰ্থ আছে; অৰ্থাৎ ছোভিয়েত নেতৃত্বই প্ৰথমবাৰৰ কাৰণে পৰিষ্কাৰ ইঙ্গিতেৰে বুজাই দিলে যে, ই আমেৰিকাৰ শক্তি-সামৰ্থ্যৰ গভীৰতা আৰু বৃহৎ আকাৰৰ পৰিমাণ বুজি পাইছে। গতিকে এই দেশৰ লগত ছোভিয়েতে সমিলমিলিত আছিবলৈ ইচ্ছা কৰে।

অস্ত্ৰ-নিয়ন্ত্ৰণ আৰু হ্ৰাসকৰণৰ সমস্যাটো বাৰকৈয়ে জটিল ৰূপ ধৰিছে। ১৯৬৪ চনৰ জানুৱাৰী মাহত জেনেভাত সোতৰখন দেশ লগ লাগি নিৰস্ত্ৰীকৰণৰ বিষয়ে নতুনকৈ আলোচনাৰ বাট মুকলি কৰিছিল। সময়ে সময়ে ইয়াৰ আলোচনাবোৰ যিমানেই হতাশাজনক বা সমাধানহীন নহওঁক কিয়, এইবোৰ মীমাংসাৰ যোগেদি আমাৰ আশাক জীয়াই ৰাখিব লাগিব। আমি এটা দৃঢ় অৱস্থানৈ আহিছোঁ যদিও তেওঁলোকৰ প্ৰতি আমাৰ মনোভাব মুক্ত আৰু যুক্তিপূৰ্ণ। আন আন বস্তুৰ ভিতৰত আমি প্ৰতিৰোধৰ ব্যৱস্থা কৰিব বিচাৰোঁ। এনে ব্যৱস্থাৰদ্বাৰা তেনেখোৰ শক্তিক (বা ভাবুকি) বাধা দিম, যিয়ে সীমা পৰিবৰ্তন বা সীমা লঙ্ঘণত হস্তক্ষেপ কৰে নাইবা স্থায়ী সমিতি গুচাই দি সীমাৰ ওপৰত নিয়ন্ত্ৰণ বিস্তাৰ কৰিব খোজে।

আমি আকৌ রণকৌশলযুক্ত অস্ত্র-শস্ত্রৰ পুনৰ বৃদ্ধি বন্ধ কৰাৰ উপায় বিচাৰিছোঁ। এবে এটি চুক্তিয়ে অস্ত্ৰ প্ৰতিযোগিতাৰ বাট মুকলি কৰিব।

তৃতীয় কথা হ'ল—এই সকলোবোৰৰ ভিতৰতে ৰাষ্ট্ৰপতি জনছনে এটা বস্তু স্পষ্টকৈ কৈ দিছিল, সেইটো হ'ল, অস্ত্ৰ ব্যৱহাৰৰ কাৰণে উৎপাদন কৰা সকলোবকমৰ ধ্বংসমূলক উৎপাদন বন্ধ কৰাৰ চুক্তি। যুক্তৰাষ্ট্ৰই ইয়াৰ দ্ৰুত হ্ৰাসত সাফল্য লাভ কৰিবলৈ ইচ্ছুক। তাৰ বাবে এটাৰ পিছত আন এটা পৰিকল্পনাৰ ভিত্তিত উভয় পক্ষৰ তুলনামূলক সা-সুবিধা দান আৰু পাৰস্পৰিক পৰিদৰ্শন ব্যৱস্থা যুগুত কৰা হব।

আমিও দুৰ্ঘটনা, ভুল বিচাৰ নাইবা আচম্বিত আক্ৰমণেৰে বিয়পিব পৰা যুদ্ধৰ বিভীষিকা হ্ৰাস কৰিবলৈ বিচাৰোঁ। এই লক্ষ্যস্থানত উপনীত হবলৈ আমাৰ সদস্য ৰাষ্ট্ৰপুঞ্জৰ লৈতে আলোচনা কৰি আমি এটা পৰিদৰ্শন ঘাটি স্থাপন কৰাৰ প্ৰস্তাৱ আগবঢ়াব খুজিছোঁ। আন এটি প্ৰচেষ্টা হ'ল, যিবিলাক দেশে এতিয়া পাৰমাণবিক অস্ত্ৰ লাভ কৰা নাই সেইবিলাক দেশলৈ এইবিধ অস্ত্ৰৰ বিস্তাৰ বন্ধ কৰা। এইদৰে এটা চুক্তিত আহিব লাগে যে এইবোৰ দেশৰ নিয়ন্ত্ৰণলৈ পাৰমাণবিক অস্ত্ৰ পঠিওৱা নহব; ইয়াৰ লগতে এইটোও থাকিব, পাৰমাণবিক উপাদান শান্তিৰ উদ্দেশ্যে পঠিয়ালেও, জাতীয় নিৰ্ভয়দানৰ মাজেদিহে সেই কাৰ্য সাধন কৰিব। তেওঁলোকৰ শান্তিপূৰ্ণ পাৰমাণবিক কাৰ্যৰ পৰিদৰ্শন কৰিবলৈ বৃহৎ শক্তিবোৰক আহ্বান কৰিব লাগিব আৰু আন আন ৰাজ্যৰ ক্ষেত্ৰত দিয়া অনুমোদন তেওঁলোকেও পাব লাগিব।

১৯৬৪ চনৰ জানুৱাৰী মাহত ৰাষ্ট্ৰপতি জনছনে ৰাজ্যিক বাৰ্তাৰ ( Union message ) মৰ্মে তেওঁৰ ৰাজ্যত আণবিক অস্ত্ৰৰ উপাদান হ্ৰাসৰ প্ৰথম ঢাপ বগায়। তেতিয়াই তেওঁ ঘোষণা কৰিছিল যে চৰকাৰে প্লুটোনিয়াম- (Plutonium) প্ৰস্তুতকাৰী চাৰিটা বি-এক্টৰ ( প্ৰতিক্ৰিয়া-যন্ত্ৰ ) বন্ধ কৰি দিব; আৰু গেচ বিস্তাৰৰদ্বাৰা ঐশ্বৰ্যপূৰ্ণ ইউৰেনিয়ামৰ উৎপাদন শতকৰা ২৫ ভাগ কমাই দিব। তাৰ পিছত উপকৰা সাহায্যৰ সমন্বয়েৰে আৰু বেছি হ্ৰাস সাধন সম্ভৱ হৈছিল। কূটনৈতিক দৃষ্টিকোণৰপৰা আমি আণৱিক অস্ত্ৰৰ গতি মন্থৰ কৰি দিয়াত মন দিছোঁ আৰু ছোভিয়েত ইউনিয়নৰ আগত প্ৰতিজ্ঞা কৰিছোঁ এটি উদাহৰণ। এইটো কোনোবকমেই একপক্ষীয় নিৰস্ত্ৰীকৰণ বুলিব নোৱাৰি। সেনাবাহিনীৰ ফালৰপৰাও আমি জাতিৰ পাৰমাণবিক শক্তিৰ হানি-বিধিনি

সকবাকৈ এই হ্রাসকৰণ মানি লব পাৰে। কাৰণ বৰ্ত্তমান বছৰত অস্ত্ৰ-শস্ত্ৰৰ উৎপাদন পৰিকল্পনা অনুযায়ী অস্ত্ৰৰ প্ৰকৃত প্ৰয়োজনতকৈ বেছি হৈছে।

আমি এইটো পৰিষ্কাৰভাৱে কৈ দিছোঁ, কাৰ্যকৰী প্ৰমাণ আৰু নিয়ন্ত্ৰণৰ মাজেদি সকলো পাৰমাণৱিক অস্ত্ৰ পৰীক্ষা নিবাৰণ চুক্তিয়েই আমাৰ অভীষ্ট বস্তু। মই ভাবোঁ, নিৰস্ত্ৰীকৰণৰ উদ্দেশ্যে এই ব্যৱস্থা গ্ৰহণ কৰি আমি মানৱসমাজ আৰু শান্তিৰ প্ৰতি আমেৰিকাৰ উদ্বিগ্ন, আগ্ৰহ পূৰ্ণভাৱে প্ৰকাশ কৰিছোঁ। আমি কিছুমাণ অতীৱ বাস্তৱ উদ্বেগৰ কাৰণতো সঁহাৰি জনাইছোঁ। বিশ্বই বছৰি যুদ্ধ আৰু ধ্বংস সম্পৰ্কীয় উদ্যোগৰ নামত ১২০ বিলিয়ন ডলাৰতকৈও অধিক ব্যয় কৰি আছে। এই সংখ্যা বিশ্বৰ দাৰিদ্ৰ্যগ্ৰস্ত অঞ্চলৰ মুঠ বছৰেকীয়া আয়তকৈও বেছি। এইটো এটা ভয়লগা অপব্যয়; তাতকৈও বেছি বুলিবহে পাৰি। কাৰণ সক দেশবোৰে আন এখন চুবুৰীয়া সক দেশলৈ নিৰাপত্তা আগবঢোৱাৰ বাহিৰে এই নিৰাপত্তা ক্ৰয় কৰিব নোৱাৰে। কোনো এখন দেশেই এই পাৰমাণৱিক যুগত বৃহৎ ধৰণৰ বলপূৰ্বক অধিগ্ৰহণৰ বিপৰীতে নিৰাপত্তাৰ ব্যৱস্থা ক্ৰয় কৰিব নোৱাৰে।

নিৰস্ত্ৰীকৰণ অভিমুখী যাত্ৰাপথ কঠোৰ আৰু পীড়াদায়ক। কিন্তু আমাৰ সন্ধানী যাত্ৰাই এটা অৱলম্বন লাভ কৰিছে যেতিয়া আমি বিশ্বধ্বংসৰ চিন্তাৰপৰা অব্যাহতি লাভ কৰাৰ উপৰিও অন্যান্য অসংখ্য সুফল পাইছোঁ।

সৰ্বসাধাৰণৰ ব্যৱহাৰ যোগ্য (শান্তিৰ অৰ্থে) পাৰমাণৱিক শক্তিৰ অধিক দ্ৰুত উন্নয়ন হোৱা দৰ্কাৰ। প্ৰথম আণৱিক বিস্ফোৰণৰ প্ৰায় কুৰি বছৰ পিছতো ইমান ব্যাপকভাৱে শান্তিৰ উদ্দেশ্যে প্ৰয়োগ কৰা পাৰমাণৱিক শক্তিয়ে এতিয়াও তাৰ অঙ্গীকাৰ পূৰ্ণ কৰিব পৰা নাই। মোৰ মনত পৰে ১৯৪০ চনৰ শেষৰ পিনে বাতৰি কাকত আৰু আলোচনীৰ প্ৰবন্ধত, আনৱিক শক্তি প্ৰয়োগৰদ্বাৰা মানৱ সমাজত বৃহত্তম আশ্চৰ্য ঘটনা ঘটিব বুলি অঙ্গীকাৰ কৰা হৈছিল। কিছুমান সঁচাকৈয়ে ঘটি গৈছে। কিন্তু পৰমাণুশক্তিৰ শান্তিপূৰ্ণ ব্যৱহাৰৰ বিকাশ সাধনত মিলিত প্ৰচেষ্টাই নিম্নথাপৰ প্ৰাধান্যহে পাইছে। আমাৰ প্ৰতিৰক্ষাৰ প্ৰয়োজনীয় কেতবোৰ ব্যয়বহুল বস্তু নোহোৱা কৰাৰ লগে লগেই এই শান্তিপূৰ্ণ প্ৰয়োগৰ কাম এতিয়া আমাৰ প্ৰতিৰক্ষা-মণ্ডিত উদ্যোগৰ আগভাগত থাকিব।

উদাহৰণ স্বৰূপে, বৰ্তমানে মহাকাশ প্ৰতিযোগিতা প্ৰধানকৈ সেনাবাহিনীৰ কামৰ ভিতৰত পৰিছে। মই ভাবোঁ, মহাকাশত সেনাবাহিনীৰ বিশেষ ভূমিকা আছে কিন্তু মই কোৱা নাই যে মহাকাশক নিজৰ তলতীয়া কৰি লোৱা উচিত।

মহাকাশ আবিষ্কাৰ আমাৰ ভবিষ্যতৰ কাৰণে এটা ন্যায়সঙ্গত কাম; কিন্তু মই আচৰিত হৈ যাওঁ যেতিয়া দেখোঁ, আমি প্ৰচুৰ অৰ্থ আমাৰ একপক্ষীয় প্ৰচেষ্টাত ঢালি আছোঁ। পৃথিৱীত বহুতো প্ৰয়োজনীয় স্থল আছে য'ত আমি সেইবোৰ সম্পদ ব্যয় কৰিব পাৰোঁ। উদাহৰণ স্বৰূপে, চন্দ্ৰৰ জলবায়ু কিমান শুকান হব সেইটো বিচাৰিবলৈ যত্ন নকৰি, মাটিত কেনেদৰে পানী দিব পাৰি তাক নিৰ্ণয় কৰিলেহে ভাল হব। মই দেখিছোঁ, আমেৰিকাৰ বহুতো অৰ্থ এনেবোৰ অনুন্নত অঞ্চলত ব্যয় কৰা হয় যি ঠাইৰ মুখ্য সমস্যা হ'ল পানীৰ অভাব। পানী যোগান নাইবা সাগৰীয় পানী কিদৰে খোৱা পানীৰ যোগ্য কৰি তুলিব পাৰি, এই বিষয়ৰ অধ্যয়নৰ এটা মিলিত আৰু উচ্চস্তৰৰ সংগঠন কাৰ্যক্ৰমে বিশ্বৰ এটা প্ৰধান সমস্যা সমাধান কৰিব পাৰিব।

হেনেকুৱা অসংখ্য চাহিদা আছে এইখন পৃথিৱীত। আমাৰ সময়তে পাৰমাণবিক শক্তিৰ শান্তিপূৰ্ণ ব্যৱহাৰদ্বাৰা অসংখ্য আশ্চৰ্য কাৰ্য সাধন কৰিব লাগিব।

আমি আমাৰ অৰ্থনীতি আৰু ৰাজনৈতিক পদ্ধতিৰ শ্ৰেষ্ঠতাৰ বিষয়ে নিশ্চিত। এই পৃথিৱীৰ অতীব প্ৰয়োজনীয় খাদ্য আৰু অন্যান্য বস্তু উৎপাদনৰ ক্ষেত্ৰত, তাৰ বাবে বজাৰ নিৰ্ণয় কৰাত আৰু সেইবোৰ বস্তু মানুহৰ হাতলৈ পঠিওৱাত আমি উপযুক্ত প্ৰতিযোগিতাক সদায় অভিনন্দন জনাওঁ। কিন্তু সেই উজ্জ্বল প্ৰতিযোগিতাৰ ঠাই লৈছে আজি অন্য এক অৰিয়াঅৰিয়ে; অৰ্থাৎ কোনে সাংঘাতিক ধ্বংসমূলক পাৰমাণবিক অস্ত্ৰ বেছিকৈ নিৰ্মাণ কৰিব পাৰে তাৰ চিন্তাই।

এনে প্ৰতিযোগিতাত কোনোৱে জয়ী হব নোৱাৰে এইটো বুজি উঠাত নিৰস্ত্ৰীকৰণৰ ব্যৱস্থাটো সম্ভৱযোগ্য হৈছে। ই আমাক শান্তিপূৰ্ণ প্ৰতিযোগিতাৰ ওচৰ চপাই আনিছে; আমি এতিয়া দেখুৱাই দিব পাৰিম কোনটো পদ্ধতি প্ৰকৃততে মানুহৰ ভাগ্য নিৰ্ণয়ৰ কাৰণে উপযোগী।

## ॥ বাণিজ্য আৰু শীতল যুদ্ধ ॥

এটা অৰ্থত, তৃতীয় বিশ্ব-যুদ্ধ বা এই পাৰমাণবিক যুগত তাতকৈও এখন ডাঙৰ যুদ্ধ লাগি গৈছে। ১৯৬২ চনৰ অক্টোবৰ মাহৰ কিউবাৰ ক্ষেপণাস্ত্ৰ সংকটত শীতল যুদ্ধৰ সকলো উত্তেজনা আৰু প্ৰতিদ্বন্দ্বিতা পাৰমাণবিক বিস্ফোৰণৰ ৰূপ ধৰি ফাটি পৰাৰ উপক্ৰম হোৱা দেখা গৈছিল। তাৰ পিছত দুটা বৃহৎ

গোষ্ঠীয়ে মুখামুখিকৈ থিয় দিলে। প্ৰত্যেকে প্ৰত্যেকৰ সেনাবাহিনী, অৰ্থনীতি আৰু মানসিক শক্তিৰ পূৰ্ণ ভাণ্ডাৰ লগত লৈ ছোভিয়েত ইউনিয়ন আৰু যুক্তৰাষ্ট্ৰই শেষ পৰ্যন্ত যুদ্ধ দিয়াৰ নিশ্চয়ভাবে থিয় দিলেহি। কিছুদিনৰ কাৰণে সমগ্ৰ বিশ্বই ইয়াৰ পৰিণতিৰ কাৰণে অপেক্ষা কৰি থাকিল।

আমাৰ শক্তি আৰু দৃঢ়তাই গা কৰিলে। সেই বিশেষ পৰিস্থিতিটোক ৰক্ষা কৰিবলৈ এটা মীমাংসা বিচাৰি পোৱা গ'ল; কিন্তু সেই চুক্তিৰ প্ৰয়োগ আছিল বিশ্বজোৰা। এই পাৰমাণবিক যুগৰ অস্ত্ৰ-সংবৰণ আগৰবোৰতকৈ বেলেগ ধৰণৰ আছিল। অৰ্থাৎ নিযুত নিযুত সৰ্বসাধাৰণ বাইজ আৰু সৈনিকক মৰাৰ পিছত নহয়, তাৰ আগতহে এই মীমাংসা হৈছিল।

তাৰ পিছৰপৰা উত্তেজনা হ্ৰাস কৰিবলৈ বহুতো দৰ্কাৰী ব্যৱস্থা হৈছে। সীমিত পৰীক্ষাবন্ধ চুক্তি সমাপ্ত হৈছিল। গ্ৰেট বৃটেন, যুক্তৰাষ্ট্ৰ আৰু ছোভিয়েত ইউনিয়নে বহিঃমহাকাশত পাৰমাণবিক অস্ত্ৰ ক্ষেপণ নকৰিবলৈ সন্মত হৈছিল। জৰুৰী অৱস্থাত দ্ৰুত যোগাযোগ ৰাখিবলৈ হোৱাইট হাউছ আৰু ক্ৰেমলিনৰ মাজত "তপ্ত সীমাৰেখা" প্ৰতিষ্ঠা কৰা হৈছিল। অৱশেষত যেতিয়া খেতিৰ ব্যৰ্থতাৰ কাৰণে ৰাছিয়াৰ গম আমদানীৰ প্ৰয়োজন হৈ পৰিল তেতিয়া যুক্তৰাষ্ট্ৰই ২৫০ ডলাৰ নিযুত মূল্যৰ গম ৰাছিয়াৰ ওচৰত বিক্ৰী কৰিবলৈ সন্মত হৈছিল।

এইবোৰ ব্যৱস্থাৰ লগে লগে প্ৰচাৰমূলক যুদ্ধ আৰু ছোভিয়েতৰ হেঁচা কমি আহিল। ক্ষেপণাস্ত্ৰ সংকটৰ পিছৰপৰা দেখা গ'ল যুক্তৰাষ্ট্ৰ বা ৰাছিয়া কোনো এখন দেশেই অন্য এক পাৰমাণবিক যুদ্ধ গ্ৰস্ত হোৱাৰ আশঙ্কা নকৰে।

যদিও এইবোৰ উন্নতিয়ে আমাক আমাৰ মূল প্ৰকল্পবোৰত একগোট কৰা নাই; তথাপি সেইবোৰে কমিউনিষ্ট পৃথিৱীখনৰ লগত আমাৰ সম্বন্ধৰ উন্নতি সাধন কৰিছে। মূল বিষয়বোৰৰ বৰ্তমান সমাধান দুৰূহ। নিৰস্ত্ৰীকৰণ বিষয়ত, বাৰ্লিনৰ স্থান নিৰ্ণয়ত আৰু জাৰ্মানীৰ বিভেদকৰণৰ প্ৰকৃত মীমাংসালৈ অহাৰ আগেয়ে আমি আৰু বহুদূৰ যাবলৈ বাকী আছে। ছোভিয়েতসকলে তেওঁলোকৰ কমিউনিষ্ট শাসনৰ বিস্তাৰ. সাধন বাদ দিয়াৰ লক্ষণ আমি দেখা নাই।

তথাপিও বৰ্তমানৰ এইবোৰ উন্নতিয়ে যি পৰিস্থিতিৰ সৃষ্টি কৰিছে সি উত্তেজনা হ্ৰাসৰ উত্তৰোত্তৰ ব্যৱস্থা উদ্ভাৱনাৰ কাৰণে সন্তোষজনক। আমি এতিয়া এইদৰে ভাবি লোৱাৰ যথেষ্ট যুক্তি আছে যে, ছোভিয়েত নেতৃবৰ্গই

ইয়াৰ বিপদজনক খেলাৰপৰা পিছুৱাই যোৱাত আগ্রহী। ছোভিয়েত ইউনিয়ন আৰু প্ৰাচ্য ইউৰোপৰ সৰুসুৰা ৰাজ্যবোৰৰ ভিতৰত কিছুমান গুৰুত্ব-পূৰ্ণ ঘটনা ঘটিবলৈ ধৰিছে। যিবোৰ অনুভূতিশীল দৰ্শকে বৰ্তমান ধাৰণাৰ লগত পূৰ্বৰ বছৰবিলাকৰ ধাৰণা তুলনা কৰিবলৈ সুযোগ লাভ কৰিছে, তেওঁলোকে এটা বিষয়ে স্থিৰ নিশ্চয় হব যে, যিমানেই মন্থৰ গতিৰে বা সাৱধানে নহওক কিয় প্ৰাচ্য ইউৰোপত আৱৰণ উন্মোচন হবলৈ ধৰিছে।

বৰ্তমান ক্ৰেমলিনৰ শাসকশ্ৰেণীৰ মন আৰু পৰিকল্পনাৰ লগত মোৰ কিছু প্ৰত্যক্ষ পৰিচয় আছে। ১৯৫৮ চনৰ ডিচেম্বৰ মাহত মস্কোত মই প্ৰধানমন্ত্ৰী খ্ৰুশ্চেভৰ লগত চাৰে-আঠ ঘণ্টা সময় কথা হৈছিলোঁ। আমাৰ অনিৰ্দিষ্ট বৈঠক আমোদজনক আছিল; কাৰণ বহু বিষয়ৰ লগতে আমেৰিকাৰ ৰাজনৈতিক চিত্ৰপটৰ বিষয়ে, আলোচনা হৈছিল। খ্ৰুশ্চেভ এজন জটিল মনৰ লোক, তেওঁৰ বহুৰকম অনুভূতি আছে। তেওঁ বিভিন্ন মনোভঙ্গীসম্পন্ন উচ্চ খাপৰ ৰাজনীতিজ্ঞ। আমাৰ বিষয়ে তেওঁ আচৰিত ৰকমে সকলো কথা জানে। তাৰ এটা উঁহ হ'ল, "দি নিউইয়ৰ্ক টাইমছ" সংবাদ পত্ৰিকা। এইখন সদায় ক্ৰেমলিনলৈ নিয়া হয় আৰু তেওঁৰ বাবে অনুবাদ কৰি দিয়া হয়। মই মাজতে কৈছিলোঁ, কুৰি বছৰ ধৰি মই যি কোনো উপায়ে কমিউ-নিজমৰ লগত যুদ্ধ কৰিছোঁ। মই তেওঁক বুজাব খুজিছিলোঁ যে মই তেওঁৰ দৰ্শনৰ লগত পৰিচিত আৰু তাৰ মই বিৰোধিতা কৰোঁ। তাৰ উত্তৰত তেওঁৰ মনোভাব ব্যক্ত হৈ পৰিছিল: "ভাল কথা, এতিয়া উভয়ে আলোচনাত নামিব পাৰিম, কাৰণ আমি প্ৰত্যেকে ক'ত থিয় হৈ আছোঁ তাক জানো।"

মই এবাৰ এজন আমেৰিকান অফিছাৰে প্ৰধানমন্ত্ৰী খ্ৰুশ্চেভ আৰু ৰাছিয়ানসকলক "প্ৰাচ্য-মন সম্পন্ন" বুলি বৰ্ণনা কৰা শুনিছিলোঁ। এই শব্দটোত এটা জাতিগত ভাব আছে, আৰু ই তেনেই অৰ্থহীন। ইয়াত ব্যৱহাৰ কৰাৰ দৰে 'প্ৰাচ্য-মনৰ' নিচিনা কোনো বস্তু নাই। ৰাছিয়ানসকল ঠিক আমাৰ দৰেই মানুহ। তেওঁলোকৰ সংস্কৃতি আৰু মূল্যায়ন পদ্ধতি আমাৰপৰা পৃথক হোৱা বাবে আমি তেওঁলোকক বুজি পোৱাত টান পাব পাৰোঁ; কিন্তু তেওঁলোকৰ অনুভূতি, শক্তি আৰু শৰীৰৰ প্ৰয়োজন আমাৰ লগত একে। • তেওঁলোক আমাৰ চুবুৰীয়া মানৱ আৰু তেওঁলোকৰ লগত আমাৰ পূৰ্ণ যোগাযোগৰ কাৰণে পথ উলিয়াই লব লাগিব।

খ্রুশ্চেভ একজন বাস্তবজ্ঞানসম্পন্ন ৰাজনীতিবিদ, লগতে একজন ডিক্টেটৰ (একক নেতা)। বাহিৰৰ মানুহসকলৰ বাবে এইটো এটা নতুন সমন্বয় আৰু আমাৰ সংমিশ্ৰণৰ কাৰণেও কিছু নতুন। যদি এইখন দেশত জন্মিলেহেঁতেন তেন্তে তেওঁ একজন ৰাজনৈতিক মুৰব্বী বা ৰাজনৈতিক শাসনযন্ত্ৰৰ উপৰিবালা হব পাৰিলেহেঁতেন। অকল সেয়ে নহয়, একজন ৰাজনৈতিক কৰ্মী আৰু তাৰ্কিক হব পাৰিলেহেঁতেন। তেওঁক হিটলাৰৰ সৈতে মিলাব নোৱাৰি, কাৰণ হিটলাৰ আছিল সম্পূৰ্ণ পগলা আৰু নৈতিক ভ্ৰষ্টাচাৰী। ষ্টেলিনৰ লগতো তুলনা নাখাটে, কাৰণ ষ্টেলিন আনকি নিজৰ মানুহৰ লগতো নিষ্ঠুৰ আছিল আৰু ভীতিসঞ্চাৰী সৈন্য সজ্জা নিৰ্মাণ কৰিছিল। খ্রুশ্চেভে তেওঁৰ নীতিৰ জয়লাভৰ বাবে গভীৰভাৱে নিজক উৎসৰ্গ কৰিছিল; কিন্তু কিউবাৰ সংকটত তেওঁৰ কাৰ্য্য দেখুৱালে, যেতিয়া মানৱৰ স্থিতিৰ প্ৰশ্ন আহে তেতিয়া তেওঁ দায়িত্বজ্ঞান নে'হকৰায়।

ছোভিয়েতবাসীয়েও এনেধৰণৰ হোৱাত আগ্ৰহ দেখুৱাইছে। বহুবছৰৰ মূৰত প্ৰথমবাৰৰ কাৰণে "ভইচ অব আমেৰিকা" বা আমেৰিকাৰ বাণী মুক্তভাৱে ছোভিয়েত জনতাৰ ওচৰলৈ গৈছে। অধিক পৰিমাণ ছোভিয়েত নাগৰিকক দেশৰ বাহিৰত ফুৰিবলৈ অনুমতি দিয়া হৈছে। খুব বাধ্যবাধকতাৰ মাজেদি হলেও পছিমীয়া কিতাপ আৰু বাতৰিকাকত প্ৰচাৰৰ বাবে অনুমতি পাইছে। গুপ্ত পুলিচবাহিনী এতিয়া আৰু সকলোতে উপস্থিত নাথাকে। বুদ্ধি-বৃত্তিত এটা জোৱাৰ অহাৰ প্ৰমাণ পোৱা গৈছে।

কমিউনিষ্ট-নীতি পৰিৱৰ্তিত হবলৈ ধৰিলে, কাৰণ প্ৰাচীন কমিউনিষ্ট কৌশল এতিয়া কাৰ্যকৰী নহয়। ইয়াৰ প্ৰমাণ পোৱা গৈছে অলপতে হোৱা কৃষিৰ ব্যৰ্থতা, গ্ৰাহকৰ বৰ্ধিত দাবী, বুদ্ধি-বৃত্তিসম্পন্ন লোকৰ অস্থিৰতা আৰু শ্ৰেষ্ঠ পৰিচালকৰ অভাৱৰ মাজত। যুগোশ্লাভিয়াৰ পূৰ্বতন উপৰাষ্ট্ৰপতি মিলোভান জিলাছে "নতুন শ্ৰেণী" আখ্যাৰে ইয়াক সুন্দৰকৈ বৰ্ণাইছে।

আমি ছোভিয়েত সমাজৰ সকলো বিধৰ বস্তুৰ লগতে ওচৰ সম্বন্ধ ৰখা দৰ্কাৰ। সাংস্কৃতিক বিনিময়ৰ প্ৰয়োজনীয় কাৰ্যক্ৰম বৰ্ধিত কৰা উচিত। সকলোতকৈ আমি আমাৰ বাণিজ্য-নীতিৰ বিষয়ে কমিউনিষ্ট জগতৰ লগত আলোচনা কৰা দৰ্কাৰ; কাৰণ এই বাণিজ্যৰ গুৰুত্ব বিস্তাৰিত আৰু ইয়াৰ বহুত জটিল পদ্ধতি আছে।

গমৰ বিক্ৰী এটা আৰম্ভণী আছিল। আমি যদি প্ৰাচ্য ইউৰোপৰ লগত

ব্যৱসায় কৰোঁতে লাহধানে এটা গ্ৰহণযোগ্য বাণিজ্য-নীতি লওঁ, তেন্তে ছোভিয়েত ইউনিয়নৰ মনোভাৱক আন্তৰ্জাতিক সহযোগিতাৰ ক্ষেত্ৰত অৱস্থিত কৰি ইয়াক পৰীক্ষা কৰি চাব পাৰোঁ। তেনেহলে আমি বুজিব পাৰিম ৰাছিয়াই সঁচাকৈয়ে অতীতৰ হিংসাপূৰ্ণ আৰু সম্প্ৰসাৰণবাদী বন্ধ্যা নীতি বাদ দি গঠনমূলক নীতি লবলৈ সাজু হয় নে নহয়।

অতীতত আমাৰ বাণিজ্য-নীতি প্ৰধানকৈ শাস্তিমূলক আছিল; ছোভিয়েত আন্তৰ্জাতিক 'অভিনৱত্ববাদী'সকলক নিকৎসাহ কৰিবলৈ আৰু উচিত প্ৰত্যুত্তৰ দিবলৈ তাক নিৰ্মাণ কৰা হৈছিল! উত্তৰ যুদ্ধকালৰ আদিবেপৰা ষ্টেলিনে যেতিয়া জোৰকৈ বিশ্বকমিউনিজমৰ সীমা বঢ়াবলৈ প্ৰয়াস কৰিছিল, তেতিয়াই আমি আমাৰ বাণিজ্যশক্তি কমিউনিজমৰ বিকাশৰ গতি ৰোধ কৰিবলৈ ব্যৱহাৰ কৰিছিলোঁ। আমি আমাৰ সকলোৰকম অভিজ্ঞতাৰ ভিত্তিত তেতিয়াই জানিছিলোঁ, কমিউনিজমৰ প্ৰসাৰ অনিবাৰ্য। এইটো প্ৰদৰ্শন কৰিবলৈকে একমাত্ৰ উপায় হিচাপে ছোভিয়েত নেতৃবৃন্দই বলপ্ৰয়োগৰদ্বাৰা সীমা অধিগ্ৰহণৰ পথ লৈছিল। সীমা আৰু ৰাজনৈতিক প্ৰভাৱ বিস্তাৰৰ কাৰণে তেওঁলোকে তেওঁলোকৰ জনসাধাৰণৰ প্ৰাথমিক অৰ্থনৈতিক প্ৰয়োজনীয়তাকো বিসৰ্জন দিবলৈ ওলাইছিল। এইবোৰ অৱস্থাৰ কাৰণে ৰাছিয়াক বাণিজ্যৰ সতীৰ্থ কৰি লব পৰা নগৈছিল।

আজি পৰিস্থিতি সম্পূৰ্ণ বেলেগ হৈছে। তাৰ এটা কাৰণ হ'ল, ৰাছিয়াৰ নেতৃবৃন্দই এটা নিষ্ঠুৰ সত্য শিকিছে যে যদি চৰকাৰ এখন টিকি থাকিব লাগে বা স্বীকৃতি লাভ কৰিব লাগে তেন্তে সেই চৰকাৰে অনিৰ্দিষ্ট কাললৈ মানুহৰ মূল প্ৰয়োজনৰ চাহিদা প্ৰতিজ্ঞাৰে পূৰণ কৰিব নোৱাৰে। দেখা গৈছে, বৰ্তমানে তেওঁলোকৰ নিজৰ মানুহৰ ক্ষেত্ৰতে তেওঁলোক এটা জটিল সন্ধিক্ষণত উপস্থিত হৈছি। যুগ যুগ ধৰি যি প্ৰতিজ্ঞা শুনাই আহিছিল, অৱশেষত তাক আদায় দিব লগা হৈছে। নহলে তেওঁলোকে নৈৰাশ্যৰ ভাৱ বিয়পাই দিব; জনসাধাৰণৰ নৈতিকতা ভীষণভাৱে পৰি যাব, হয়তো তাতোকৈ বেয়া অৱস্থা হ'বগৈ।

ছোভিয়েত ইউনিয়নে কৃষি পদ্ধতিত ভীষণ ব্যৰ্থতাৰ সন্মুখীন হৈছিল। বহু শতিকাজুৰি অৰ্থনৈতিক স্বয়ং-সম্পূৰ্ণতাৰ সজাগ প্ৰচেষ্টা চলোৱা সত্ত্বেও ই নিজৰ মানুহখিনিৰ পোষণৰ প্ৰয়োজনীয়খিনি লাভ কৰাতো সম্পূৰ্ণ ব্যৰ্থ হৈছিল।

ছোভিয়েত ইউনিয়নলৈ আমেৰিকাৰ গম বিক্ৰী কৰা সময়লৈ আমাৰ

বাণিজ্য-নীতি সন্তুষযোগ্য দৃঢ় ভেটিৰ ওপৰত বৰ্তি আছিল। ই দৈনিক দিনবপৰা খ্রুশ্চেভৰ সময়লৈ হোৱা পৰিবৰ্তনসমূহ বা চীন-ছোভিয়েতৰ মাজত হোৱা বিভেদৰ আৰু আমেৰিকান আৰু বাহিৰৰ উত্তেজনাৰ সাম্যৰ পৰিবৰ্তন-বোৰৰ কোনো ধাৰধাৰি লোৱা নাছিল।

কোৰিয়া যুদ্ধ শেষ হোৱাৰ পিছত পশ্চিম ইউৰোপৰ দেশসমূহে, আমাৰ প্ৰাচ্য ইউৰোপলৈ ৰপ্তানী নিয়ন্ত্ৰণৰ উচ্চমানবিশিষ্ট বাধ্যবাধকতাপূৰ্ণ নীতিত ভাগ লোৱা নাছিল। ১৯৪৯ চনৰপৰা ১৯৫৪ চনলৈ যিবোৰ বছৰ পশ্চিমৰ কাৰণে সৰ্বোচ্চ বিপদৰ সময় আছিল, তেতিয়াই ছোভিয়েত দেশৰপৰা অহা বহুতো গুৰুত্বপূৰ্ণ বস্তু প্ৰত্যাখ্যান কৰি আমি পশ্চিম ইউৰোপৰ দেশসমূহৰ লগত এখন কাৰ্যকৰী সমূহীয়া নীতিৰ ভাগ লৈছিলোঁ। কিন্তু আমাৰ স্বাধীন পৃথিৱীৰ বন্ধুসকলে কেতিয়াবাই তেওঁলোকৰ নীতি পৰিবৰ্তন কৰিছিল। স্বাধীন বিশ্বৰপৰা বাহিৰলৈ দিয়া সকলো ধৰণৰ ৰপ্তানী ১৯৫০ চনত ৩০০ ডলাৰ নিযুত হৈছিলগৈ। তাৰ পৰিমাণ হৈছিল ১.৮ ডলাৰ নিযুত।

পশ্চিম ইউৰোপে এটা নিৰ্দিষ্ট সংখ্যক গুৰুত্বপূৰ্ণ বস্তু প্ৰত্যাখ্যানৰ বাবে বাছি লৈছিল। আনহাতে আমাৰ ৰপ্তানী নিয়ন্ত্ৰণ নীতিয়ে বৃহৎ পৰিমাণৰ শিল্পৰ সা-সঁজুলি আৰু বয় বস্তু আগবঢ়াইছিল।

পৰিস্থিতিটো গোলমলীয়া ধৰণৰ। পশ্চিম ইউৰোপত উৎপাদিত হোৱা বস্তু ন্যাধ্যভাৱে ছোভিয়েত ইউনিয়ন আৰু ইয়াৰ অঙ্গ ৰাজ্যবোৰলৈ জাহাজেৰে কঢ়িয়াই নি বিক্ৰী কৰিছিল। কিন্তু সেই একেধৰণৰ বস্তুৰ ৰপ্তানী লাইচেঞ্চ আমি অগ্ৰাহ্য কৰিছিলোঁ। যুক্তৰাষ্ট্ৰ আৰু পশ্চিম ইউৰোপৰ ৰপ্তানী নীতিৰ মাজত যি অসামঞ্জস্য আছে, বহুক্ষেত্ৰত সেইবোৰে ছোভিয়েত দেশবোৰৰপৰা অহা বস্তুক আমি প্ৰত্যাখ্যান কৰাৰ ইচ্ছাক খৰ্ব কৰি দিয়ে। দুই এটা প্ৰধান বস্তুৰ বাহিৰে, তেওঁলোকক লগা নানান ধৰণৰ শিল্পৰ সা-সঁজুলি পশ্চিম ইউৰোপত পোৱা যায়।

তলত ১৯৬২ চনৰ এটি ক্ষুদ্ৰ পৰিসংখ্যান দিয়া গ'ল। ইয়াৰপৰা বুজা যাব, আমাৰ দেশ আৰু পশ্চিম ইউৰোপে ছোভিয়েত দেশলৈ পঠোৱা ৰপ্তানী বস্তুৰ মাজত কি পাৰ্থক্য আছে :

প্ৰাচ্য ইউৰোপলৈ আমি ৰপ্তানী কৰা বস্তুৰ মুঠ মূল্য হব ১২৫ নিযুত ডলাৰ; পশ্চিম ইউৰোপে ৰপ্তানী কৰা বস্তুৰ মূল্য ২.১ বিলিয়ন ডলাৰ—অৰ্থাৎ প্ৰায় ১৬ গুণ বেছি।

যন্ত্রপাতি আৰু পৰিবহনৰ মূল বিষয়ৰ সা-সৰঞ্জাম আমাৰ দেশে প্ৰাচ্য ইউৰোপলৈ ৰপ্তানী কৰিছে ৭'৬ নিযুত ডলাৰ। পশ্চিম ইউৰোপৰপৰা ৰপ্তানী হোৱা বস্তুৰ পৰিমাণ ৭৫৬'৩ নিযুত ডলাৰ। ইয়াৰ অনুপাত হ'ব ১০০-ৰ পৰা ১ লৈ।

উৎপাদিত বস্তুৰ ক্ষেত্ৰতো তীব্ৰ অসামঞ্জস্য ধৰা দিয়ে। যুক্তৰাষ্ট্ৰত হয় ২১ নিযুত ডলাৰ মূল্যৰ আৰু ৬৭৫'৫ নিযুত ডলাৰ মূল্যৰ হয় পশ্চিম ইউৰোপত। অৰ্থাৎ ইয়াৰ অনুপাত ৩০০ৰ পৰা ১ লৈ।

এনে এখন বাধ্যবাধকতাপূৰ্ণ বাণিজ্য-নীতিৰ যোগেদি আৰু কোনো সুযোগ নোহোৱাৰ বাবে আমেৰিকাই নিৰ্ঘাত বৃহৎ পৰিমাণৰ ব্যৱসায় হেৰুৱাইছে। কাৰণ আমাৰ চেষ্টা অন্যৰকম থকা সত্ত্বেও ইউৰোপৰ কমিউনিষ্ট দেশবোৰে ইয়াৰ চাহিদা বহুলাংশে পূৰণ কৰি আছে। যুক্তৰাষ্ট্ৰৰ 'চেম্বাৰ অব কমাৰ্ছে' এই ঘটনাটো ধৰা পেলাইছিল ; আৰু ১৯৬৪ চনৰ এপ্ৰিল মাহত ই আমাৰ চৰকাৰক ছোভিয়েত ইউনিয়ন আৰু অন্যান্য প্ৰাচ্য ইউৰোপীয়ান দেশসমূহত বিক্ৰী বন্ধ কৰি বস্তুৰ পৰিমাণ কমাই দিবলৈ জোৰ দি ধৰিছিল।

পশ্চিম ইউৰোপৰ দেশসমূহে কমিউনিষ্ট দেশবোৰৰ লগত বাণিজ্য কৰোঁতে, বস্তুৰ এখন তালিকা ঠিক কৰি লৈছিল ; আৰু সেই তালিকাত সমৰ্থন জনাইছিল মিলিত সমন্বয়কাৰী সমিতিয়ে। সেনাবাহিনীৰ গুৰুত্বপূৰ্ণ বিষয়ৰ বস্তুৰ মাজতে এই তালিকা নিৰ্দিষ্ট কৰা হৈছিল। চৰকাৰক ব্যৱসায়-নীতি পৰিৱৰ্তন কৰিবলৈ আবেদন কৰি যুক্তৰাষ্ট্ৰৰ চেম্বাৰ অব কমাৰ্ছে এখন গুৰু ধৰণৰ আইন উত্থাপন কৰিছিল। তেওঁলোকৰ যুক্তি হ'ল যে, আমাৰ বহুদিনীয়া বাধাযুক্ত তালিকাখনৰ প্ৰতিক্ৰিয়া স্বৰূপে "কমিউনিষ্ট দেশবোৰক আমাৰ বস্তুৰপৰা আমি বঞ্চিত কৰা নাই, বৰং আমাৰ বস্তু ইউৰোপীয়ান যোগান ধৰোঁতাসকললৈ বোৱাই দিব খুজিছোঁ।"

এই চেম্বাৰে আমেৰিকাৰ ব্যৱসায়ক ইউৰোপীয়ান ৰাষ্ট্ৰপুঞ্জৰ সমান স্তৰলৈ আনিবলৈ কৈছে। চেম্বাৰৰ প্ৰস্তাৱ অনুসাৰে, ছোভিয়েত ইউনিয়ন আৰু প্ৰাচ্য ইউৰোপৰ অঙ্গৰাজ্যসমূহলৈ তেল শোধনাগাৰৰপৰা আৰম্ভ কৰি বহু ধৰণৰ যন্ত্ৰ বিক্ৰী কৰিব পৰা যাব। (যদিও কিছুমান চেম্বাৰৰ প্ৰতিনিধিয়ে সকলো কমিউনিষ্ট দেশৰ লগতে বাণিজ্য চলোৱাৰ প্ৰস্তাৱ সমৰ্থন কৰিছিল, তথাপি কমিউনিষ্ট চীন, উত্তৰ কোৰিয়া, উত্তৰ ভিয়েটনাম আৰু কিউবালৈ ৰপ্তানী কৰাত বাধাযুক্ত তালিকাৰ কোনো পৰিৱৰ্তন নহ'ব।)

এটা সংশোধনী মতে, কমিউনিষ্ট দেশসমূহলৈ রপ্তানী কৰা সকলো বস্তুৰ মূল্য সোণেৰে দিব লাগিব। চেনাতে এই প্ৰস্তাৱ মাকচ কৰে। তাৰ সলনি প্ৰস্তাৱ অনুসাৰে "সাধাৰণ বাণিজ্য ঋণ"ৰ নিয়ম কৰে।

এইটো এটা মূল বিষয়। কাৰণ বিশেষকৈ পশ্চিম ইউৰোপ, জাপান আদি স্বাধীন দেশসমূহৰ বাণিজ্য ঋণ বিস্তাৰৰ ওপৰত নিৰ্ভৰ কৰিছে। বৰ্তমানৰ বিস্তাৰিত বাণিজ্য প্ৰতিযোগিতাত নামিবলৈ হলে আমি ঋণ আগবঢ়াব পাৰিব লাগিব। স্বাধীন দেশৰ পাখসমূহে কমিউনিষ্ট দেশবোৰক এবছৰৰ পৰা দহ বছৰলৈ ঋণ দি আহিছিল। যোৱা পাঁচ বছৰত এই ঋণৰ পৰিমাণ বছৰি গড়ে প্ৰায় ৩৫০ নিযুত ডলাৰ হৈছিল। চৰকাৰী বা অৰ্দ্ধ-চৰকাৰী অনুষ্ঠানৰ যোগেদি ব্যক্তিগত পামবোৰে তিনি ভাগ ঋণ ৰপ্তানী কৰা দেশসমূহলৈ দিব পাৰিছিল।

বৰ্তমান কমিউনিষ্ট দেশবোৰৰ লগত আমেৰিকাৰ ব্যৱসায় নগণ্য। আমাৰ সৰ্বমুঠ ৰপ্তানীৰ শতকৰা ১ ভাগৰ, দহ-ভাগৰ সাত ভাগতকৈও কম হব, বৰ্তমান বাণিজ্য-নীতি অনুসৰি, আমি কমিউনিষ্ট দেশৰ বজাৰত বছৰি ৪ বিলিয়ন ডলাৰতকৈ বেছি অংশৰ কাৰণে প্ৰতিযোগিতা কৰিব নোৱাৰোঁ। শতকৰা ৮০ আৰু ৯০ ভাগৰ ভিতৰত যি বস্তুৱে সেই সংখ্যা পূৰ্ণ কৰে সেইবোৰ বস্তু যুক্তৰাষ্ট্ৰৰপৰা ৰপ্তানীৰ কাৰণে লাইচেঞ্চ কৰিব লাগে। চোভিয়েত দেশবোৰে আমেৰিকাৰ টেক্‌নিকেল আৰু বিভিন্ন ধৰণৰ প্ৰতি আগ্ৰহ দেখুৱাইছে। কেতিয়াবা ৰপ্তানী লাইচেঞ্চ পোৱাটো তেওঁলোকৰ বাবে সহজ হব। কিন্তু তথাপি পশ্চিম ইউৰোপৰ দেশবোৰৰ লগত আমি প্ৰতিযোগিতা কৰিব নোৱাৰোঁ কাৰণ ঋণৰ বজাৰত যোগদানৰ সামৰ্থ্য তেওঁলোকৰ নাই। তেওঁলোকৰ বস্তু প্ৰতিযোগিতাৰ উপযোগী হোৱা সত্বেও এই ক্ষমতা নাপায়। ঋণ অবিহনে কমিউনিষ্ট দেশবোৰে নগদ পইচাৰে যুক্তৰাষ্ট্ৰত অলপ সামান্যহে কিনা-কটা কৰিব পাৰে।

'বেলেঞ্চ অব পেমেণ্ট' বিষয়ত আমাৰ সমস্যা বৰ জটিল যদিও ইয়াৰ উন্নতি দেখা গৈছে। পশ্চিম ইউৰোপ আৰু জাপানৰ খেতিয়কসকলৰ লগত প্ৰতিযোগিতাত থিয় দিবলৈ আমেৰিকান ব্যৱসায়ীসকলক আমি সকলোপ্ৰকাৰে সহায় কৰিব লাগিব। এইদেশবোৰে ছোভিয়েত দেশসমূহলৈ ঋণ আগবঢ়োৱা আৰু পাঁচবছৰৰ ভিতৰতে ২৬ বিলিয়ন ডলাৰৰপৰা ৬'১ বিলিয়ন ডলাৰলৈ বাণিজ্যত উন্নতি লাভ কৰা দেখিলে বুজা যায় যে এইবোৰ দেশে ব্যৱসায়ত ভাল-দায়িত্ব লব পাৰে। এই অঞ্চলেৰে যুক্তৰাষ্ট্ৰই শান্তিপূৰ্ণ ব্যৱসায়ত বছৰি বহু ডলাৰ নিযুত সঞ্চয় কৰিব পাৰে।

বাণিজ্যৰ উন্নতিৰ লগতে যোগাযোগ সম্বন্ধও ঘটে বেছিকৈ। এনেবোৰ সম্বন্ধই অধিক বুজাবুজিৰ সৃষ্টি কৰে। আমাৰ সাংস্কৃতিক বিনিময়ৰ ইয়েই মৰচ'বা। সেইধাৰেই প্ৰাচ্য ইউৰোপলৈ আমাৰ বাণিজ্য প্ৰসাৰ কৰা প্ৰয়োজন। . •

আমি এইখন পৃথিৱীতে বাস কৰিব লাগিব, আৰু যি কোনো উপায়ে ইয়াৰ উন্নতি সাধিব লাগিব। মই জানো, কিছুমানে ভাবে যে কমিউনিষ্টৰ লগত মিলাৰ উত্তম উপায় হ'ল তাক ঘৃণা কৰা বা অৱহেলা দেখুৱা। তেতিয়াহলে ই আঁতৰি যাব। কিন্তু বাস্তৱ জীৱনত সেইটো তেনেকুৱা নহয়।

আমি এটা বদ্ধমূল ধাৰণা লৈ বহি আছোঁ যে, সকলো বাছিয়ানেই অশিক্ষিত খেতিয়ক; আৰু সিহঁতে আনকি পাশ্চাত্য দেশে দিয়া যন্ত্ৰপাতিবোৰ মেৰামতি কৰিবও নাজানে। (প্ৰথম স্পুটনিকটোৱে সেই আখ্যানৰ বিনাশ সাধিছে।) আনহাতে এলোটা ধাৰণাও আমি কৰোঁ যে, বাছিয়ানসকল অদমনীয় অতিমানৱ। এই ধাৰণাই কেৱল এটা বস্তুকে দেখুৱায় সেইটো হ'ল, আমাৰ নিজৰ ওপৰত আৰু আমাৰ পদ্ধতিত বিশ্বাসহীনতা।

কমিউনিষ্ট দেশৰ লগত সকলোৰকমে প্ৰতিযোগিতা হোৱাটো মই বাঞ্ছা কৰোঁ। ইফালে আকৌ বাণিজ্য আৰু যি কোনো বস্তুৰ বিনিময় যদি আমাৰ আত্মস্বাৰ্থ উপযোগী হয় তেন্তে সেই বাণিজ্য আৰু বিনিময়ৰ ওপৰতো মই বিশ্বাস আৰোপ কৰোঁ। আত্ম স্বাৰ্থই শান্তি আৰু লাভকো লগতে স্থান দিব লাগিব।

তাৰ উপৰি মই ভাবোঁ, ৰাষ্ট্ৰীয় বা পৰৰাষ্ট্ৰীয় যি কোনো নীতি যদি প্ৰধানকৈ কমিউনিষ্ট বিৰোধী ভিত্তিত গঢ়ি উঠে, তেন্তে সি বালিৰ ওপৰত সজা ঘৰৰ সদৃশ। আজিৰ পৃথিৱীয়ে পাৰস্পাৰিক বুজাবুজি, স্বাস্থ্য, আহাৰ আৰু শিক্ষা বিস্তাৰ যিমানকৈ বিচাৰিছে, সিমানকৈ বিচৰা নাই বৃহৎ অস্ত্ৰপদ্ধতিৰ কাৰ্যক্ৰম। লগতে পৃথিৱীয়ে আমেৰিকাৰ অৰ্থনৈতিক পদ্ধতিৰ ওচৰত আশা কৰিছে উচ্চ গুণবিশিষ্ট উৎপাদন।

## ॥ উদাৰনৈতিকবাদ আৰু জাতীয় নিৰাপত্তা ॥

হিৰোছিমাৰ সেই বিপদসঙ্কুল সময়ৰ পিছত বিশ্বশান্তি আৰু পাৰমাণৱিক অস্ত্ৰৰ ভাবুকিয়ে আমাৰ সভ্যতা ধূই-মচি নিব নোৱাৰা এখন শৃঙ্খলাপূৰ্ণ পৃথিৱী লাভ অতীব প্ৰয়োজনীয় আৰু অনুক্ষণ উদ্বেগৰ কাৰণ হৈ উঠিছিল। কিন্তু শান্তি অন্বেষণ আৰু একে সময়তে আমাৰ জাতি আৰু জাতীয় স্বাৰ্থক প্ৰতিৰক্ষা কৰিবলৈ যোৱাৰ মাজত কোনো পাৰ্থক্য নাই। যদিও কিছুমান উদাৰনীতিবিদ শান্তি প্ৰয়াসী, কিন্তু উদাৰনীতিবাদ শান্তিবাদ নহয়। যিসকলে ভাবে, টটেলিটৰিয়ান শক্তিক স্বাধীন মানৱৰ শক্তিৰে প্ৰতিৰোধ কৰিব লাগিব; সেইসকল লোকৰ মাজৰ সৰহভাগ আমেৰিকান উদাৰনীতিকো পৰে। এইখন পৃথিৱীত ব্যক্তি আৰু দেশে নিজকে ৰক্ষা কৰিবলৈ সাজু থাকিব লাগিব। শৃঙ্খলা ৰক্ষা আৰু সামূহিক প্ৰতিৰক্ষা দান চৰকাৰৰ মূল দায়িত্ব বুলি উদাৰনীতিবাদে মানি লৈছে।

আমেৰিকাৰ উদাৰনীতিক দলে ফেছিবাদ আৰু কমিউনিজমৰপৰা অহা ভাবুকি প্ৰতিৰোধৰ কাৰণে প্ৰচুৰ সেনাবাহিনী গঢ়ি তুলিবলৈ আৰু প্ৰয়োজন অনুসৰি তাক কামত লগাবলৈ যোৱা নীতিক পঁচিশ বছৰজুৰি প্ৰত্যক্ষভাৱে সমৰ্থন কৰি আহিছে। কিন্তু উদাৰনীতিক দলে ইয়াকো কৈছিল, দেশৰ নিৰাপত্তা কেৱল মাথোন অস্ত্ৰ শক্তিৰ পৰিমাণ, থাৰ্মো-পাৰমাণৱিক প্ৰেৰণ-পদ্ধতিৰ সংখ্যা বা প্ৰতিৰক্ষা-বিভাগৰ বাজেটৰ ডলাৰৰ পৰিমাণৰ ওপৰতে প্ৰধানকৈ নিৰ্ভৰ নকৰে। বৃহৎ অস্ত্ৰ প্ৰতিযোগিতাত নিৰাপত্তাৰ স্থান নাই। বৰং এটা বৰ্ধিত অনিৰাপত্তাহে বৰ্তমান, য'ত একপক্ষৰ ভুলে উভয়পক্ষৰ ধ্বংস সাধিব পাৰে। গতিকে সাপো মৰক লাঠীও নাভাগক। আমি অস্ত্ৰ প্ৰতিযোগিতাতো পিছ হুঁহকি যাব নালাগিব অথচ আমাৰ নিৰাপত্তা দুৰ্বল হবলৈ নিদিয়াকৈ এই প্ৰতিযোগিতা কমাই নি একেবাৰে বন্ধ কৰাৰ সকলো প্ৰকাৰ উপায়ো বিচাৰিব লাগিব। সংৰক্ষিত অস্ত্ৰনিয়ন্ত্ৰণ আৰু নিৰস্ত্ৰীকৰণ জাতীয় নিৰাপত্তাৰূপী মুদ্ৰাটোৰ ওলোটা পিঠি হিচাপে চোৱা হৈছিল। সেনাবাহিনী আৰু অস্ত্ৰ-নিয়ন্ত্ৰণ উভয়বিধ পৰিকল্পনাকাৰীৰ লক্ষ্য হ'ল আমাৰ মানুহৰ ৰক্ষণ আৰু নিৰাপত্তা লাভ।

অদূৰ ভৱিষ্যতে মানুহৰ উন্নতিয়ে কি ৰূপ লব তেনে এখন পৃথিৱীৰ ছবি চকুৰ আগত ৰাখি পূৰ্ণ নিৰস্ত্ৰীকৰণৰ ভাবধাৰা ৰূপায়িত কৰা হৈছে। আমেৰিকাৰ যি কোনো নগৰ কৰ্তৃপক্ষই সুদক্ষ পুলিচবাহিনী অবিহনে শান্তি-শৃংখলা ৰক্ষা কৰিব পাৰে বুলি কোনো চিন্তাশীল লোকে যুক্তি নিদিয়ে। ঠিক সেইদৰে বৈঠক টেবিলৰ সুন্দৰ পৰিবেশত দেশীয় ৰাজ্যবোৰৰ বিবাদ মীমাংসা হলেও তাত অস্ত্ৰশক্তিৰ কোনো উল্লেখ নোহোৱাকৈ সেই আলোচনা সফল হব নোৱাৰে। তাতকৈ যুক্তিযুক্ত আৰু সুস্থিৰ চিন্তাপ্ৰসূত সেনাবাহিনীৰ শক্তিৰ ওপৰত নিৰ্ভৰ ৰখাটোৱে বৰ্তমান লক্ষ্য হোৱা উচিত। অৱশ্যে তাৰ মাজতে অস্ত্ৰ সমাৰোহ নাইবা আকস্মিক আক্ৰমণৰ প্ৰতি নজৰ ৰাখিবলৈ পাৰস্পাৰিক পৰিদৰ্শনৰ ব্যৱস্থা ৰাখিব লাগিব।

কিন্তু উচ্চ শক্তিসমূহৰ অস্ত্ৰ হ্ৰাস কৰিয়ে বিশ্ব শান্তিৰ নিশ্চয়তা দিব নোৱাৰি। বহু মেৰুযুক্ত এইখন পৃথিৱীত অঞ্চলে অঞ্চলে আজি উত্তেজনা আৰু বিশৃংখলাৰ সৃষ্টি। এতিয়া পৃথিৱীৰ বিস্ফাৰিত পৰিস্থিতিক নিয়ন্ত্ৰণলৈ আনিবলৈ, শান্তি-শৃংখলা স্থাপন কৰিবলৈ আৰু ভয় প্ৰদৰ্শনক ৰোধ কৰিবলৈ এটা আন্তৰ্জাতিক পুলিচ বাহিনী আৰু আন্তৰ্জাতিক অগ্নিনিৰ্বাপক বাহিনী সংগঠনৰ প্ৰয়োজন হৈছে। অদূৰ ভৱিষ্যতে শান্তি ৰক্ষাৰ অৰ্থে মাটি, আকাশ আৰু নৌ আৰু সাগৰত যুদ্ধ কৰিব পৰা সেনাবাহিনীৰ প্ৰয়োজন হব। এই বাহিনীৰ আকাৰ যিয়েই নহওক কিয় বা যি কোনো সাৰ্বভৌম শক্তিৰ তলতে পৰিচালিত নহওক কিয়, ই দেশৰ স্বকীয় অস্তিত্ব ৰক্ষা কৰিব আৰু বহিঃসীমাৰ বলপূৰ্বক-অধিগ্ৰহণ বা বহিঃপৰিচালিত বিদ্ৰোহৰ ভাবুকিৰপৰা ন্যায়সঙ্গত চৰকাৰক ৰক্ষা কৰিব। আকৌ ই দুটা বিবেচনাশূন্য প্ৰতিদ্বন্দ্বীৰ মাজত থিয় দি বিবাদ মীমাংসা কৰিব পাৰিব। বৰ্তমানে যুক্তৰাষ্ট্ৰই এটা স্থায়ী ভিত্তিত বহুদেশীয় পুলিচবাহিনী সংগঠনৰ উত্তম সম্ভাৱনা আগবঢ়াইছে।

কমিউনিজমৰ হেঁচাৰ প্ৰাবল্যই জাতীয় প্ৰতিৰক্ষাৰ নামত আমাক বহু বেছি খৰচান্ত কৰিছে আৰু কৰি থাকিব। কিন্তু এইটো ভালদৰে মনত ৰখা দৰ্কাৰ, এতিয়া সময়ৰ পৰিবৰ্তন ঘটিছে, প্ৰতিদ্বন্দ্বীৰ পৰিবৰ্তন হৈছে। পুৰণি শত্ৰু বন্ধু হৈ দেখা দিব পাৰে আৰু বন্ধু হব পাৰে শত্ৰু। গতিকে যুক্তৰাষ্ট্ৰৰ সৈন্যবাহিনী প্ৰাচীন উৰ্বলি যোৱা ভাবধাৰা আৰু সূত্ৰক ভিত্তি কৰি সংগঠন আৰু পৰিচালনা কৰিলে নচলিব। ভুল সৈন্যবাহিনীৰ নীতিয়ে জাতীয় নিৰাপত্তা বঢ়াওক চাৰি কমাবহে পাৰে। বৃহৎ সৈন্যবাহিনীৰ গুৰুত্ব আৰু ক্ষমতা লগতে

ইয়াৰ সহায়ক শিল্পোদ্যোগৰ জটিলতা দেশৰ বৈদেশিক-নীতিৰ কাৰক নহৈ সেই নীতিৰ নিয়ন্ত্ৰকহে হয়।

সেই বাবেই সৈন্যবাহিনীত অসামৰিক লোকৰ প্ৰাধান্য আৰু সৈন্যবাহিনীৰ নীতিতকৈ বৈদেশিক-নীতিৰ প্ৰাধান্যৰ বাবে দৃঢ়ভাৱে ওকালতি কৰিছিলে। যদি ৰাজ্যবিভাগত, প্ৰতিৰক্ষাবিভাগত আৰু সকলোৰে উপৰি ৰাষ্ট্ৰশক্তিৰ অফিচত জাগ্ৰত আৰু শক্তিশালী মনৰ লোক নাথাকে, তেন্তে এটা বৃহৎ আকাৰৰ অফিচাৰবাহিনীয়ে কাৰ্যতঃ ৰাজ্যৰ বৈদেশিক-নীতিৰ সিদ্ধান্তকাৰী হৈ বহিব পাৰে। যেহেতু সৈন্যবিভাগৰ অফিচাৰবাহিনীয়ে উদ্যোগৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ বৃহৎ পৰিমাণৰ টকা দিব পাৰে সেইহেতু তেওঁলোকে শিল্পগত অৰ্থনীতি (আৰু কোনোবাই সমৰ্থন কৰক বা নকৰক এইটো হলে সঁচা) দেশৰ ৰাজনৈতিক জীৱনত শক্তিশালী প্ৰভাৱ বিস্তাৰ কৰিছে।

এইখন পৃথিৱীত বহুসংখ্যক পাৰমাণৱিক আৰু থাৰ্মো-পাৰমাণৱিক অস্ত্ৰ-শস্ত্ৰ বাঢ়ি যোৱাৰ লগে লগে আমাৰ দেশ তথা সভ্যতাৰ প্ৰতি এটা বৃহৎ ভাবুকি উপস্থিত হৈছে। এনে অৱস্থাত কোনো এজন চিন্তাশীল শাসকে এইবোৰ অস্ত্ৰেৰে আক্ৰমণত উদ্যত হৈ তেওঁৰ দেশ ধ্বংসৰ মুখলৈ আগবঢ়াই দিবলৈ নাযায়। অসূয়ামূলক বিবাদ বাঢ়িছে আৰু ইয়াত পাৰমাণৱিক অস্ত্ৰ তেতিয়া ব্যৱহাৰ হয় যেতিয়া কোনো প্ৰতিদ্বন্দ্বীয়ে এনেবোৰ অস্ত্ৰ ব্যৱহাৰ কৰে। কমিউনিষ্টৰ সৈতে বিবাদ ক্ৰমান্বয়ে জটিল আৰু বাগাড়ম্বৰত পৰিণত হৈছে। এই বিবাদৰ অজুহাত অৰ্থনৈতিক প্ৰসঙ্গৰপৰা ভীতি প্ৰদৰ্শন, বিপ্লৱ, পৰম্পৰাগত ৰাজনৈতিক কাৰ্য আৰু শেষত বৃহৎ আকাৰৰ পাৰমাণৱিক অস্ত্ৰবিহীন যুদ্ধৰ সম্ভাৱনাত পৰ্যবসিত হৈছে।

পৃথিৱীত শক্তিৰ উপস্থিতি অনস্বীকাৰ্য। গতিকে এজন উদাৰনীতিকৰ একমাত্ৰ উপায় হ'ল আন সকলো পথ ব্যৰ্থ হৈ নোযোৱালৈকে তেওঁ শক্তি প্ৰয়োগ কৰাৰ কথা ভাবিব নালাগে।

ভেনিজুৱেলাৰ ৰাষ্ট্ৰপতি বেটানকোৰ্ট এজন নামজ্বলা উদাৰনীতিক। যেতিয়া তেওঁ মুক্ত ভীতিবাদৰ সন্মুখীন হৈছিল তেতিয়া তেওঁৰ চৰকাৰ আৰু স্বাধীন নিৰ্বাচন পদ্ধতি ৰক্ষা কৰিবলৈ তেওঁৰ সৈন্যবাহিনী ব্যৱহাৰ কৰিছিল। তেনেদৰেই বিশ্বৰ বুকুত তেওঁ এটা আকৰ্ষণীয় উদাহৰণ দাঙি ধৰিছে।

অন্তৰ্বৰ্তী বা বহিৰ্মুখী যি কোনো বলপূৰ্বক অধিগ্ৰহণক পৰাজিত কৰিবলৈ সাহস হব নোৱাৰিলে স্বাধীন চৰকাৰ টিকি নাথাকে। সংযমহীন, ভীৰু

উন্নয়নীতিবাদ ভণ্ডামিত বাহিৰে একো নহয়। অৰ্থনৈতিক আৰু সামাজিক উন্নতিৰ হকে দিয়া কোনো শ্লোগান বা সুদূৰপ্ৰসাৰী নীতিয়ে, মাটি আকাশ আৰু সাগৰীয় অঞ্চলৰ আকস্মিক, নগ্ন আক্ৰমণক প্ৰতিহত কৰিব নোৱাৰে। যেতিয়া দেশ ধ্বংস আৰু ভীতিবাদৰ সন্মুখীন হয় তেতিয়া একমাত্ৰ শক্তিয়েহে এখন স্বাধীন চৰকাৰক ৰক্ষা কৰিব পাৰে। অৱশ্যে সেই শক্তি ব্যৱহাৰ কৰিব লাগিব, তৎপৰতাৰে, ক্ষমতা আৰু সাহসেৰে।

আৰু এটা প্ৰয়োজনীয় কথা হ'ল, যেতিয়া মানুহৰ নৈৰাশ্য আৰু আশা-ভঙ্গজনিত পৰিস্থিতিৰ সুযোগ পৰিকল্পিতভাৱে গ্ৰহণ কৰা হয় তেতিয়া সৈন্য শক্তিও নিঃসহায় হৈ পৰে। সৈন্যবাহিনীৰ সংৰক্ষণী শক্তিয়ে এটা সময়ৰ কাৰণে ধ্বংসৰপৰা দেশক ৰক্ষা কৰিব পাৰে; কিন্তু তাক এখন প্ৰকৃত উন্নতি আৰু সংস্কাৰমূলক অসামৰিক কাৰ্যক্ৰমৰ সহায়ক হিচাপে প্ৰয়োগ কৰিব লাগিব; নহলে টটেলিটৰিয়ান দলে অতৰ্কিতে এখন দেশৰ ক্ষমতা অধিকাৰ কৰি লব পাৰে। যি মানুহে তাৰ চৰকাৰৰ পক্ষ হৈ খুচী মনে যুদ্ধ নকৰে সেই মানুহক বিপ্লৱবাদী শক্তিৰ বিৰুদ্ধে যুদ্ধত নামিবলৈ জোৰ কৰিব নোৱাৰি। যুক্তৰাষ্ট্ৰৰ সৈন্য সাহায্যৰ সমস্ত ভাবধাৰাৰ অন্তৰালত এই যুক্তি বৰ্ত্তমান। যেতিয়া কোনো এখন দেশে ৰাজনৈতিক অৰ্থনৈতিক আৰু সামাজিক ক্ষেত্ৰত প্ৰয়োজনীয় কাৰ্যৰপৰা সামান্যভাৱেও আঁতৰি আছে তেতিয়া সেই দেশ "কমিউনিষ্টৰ হাতলৈ" যোৱাত বাধা দিয়া হব। বিদেশত যিসকল আমেৰিকান অফিচাৰে বিপ্লৱ প্ৰতিৰোধৰ কাৰ্যত উপদেষ্টা হৈ থাকে তেওঁলোকৰপৰা আমি সেই দেশৰ লোকৰ প্ৰয়োজন আৰু আশা-আকাঙ্ক্ষাৰ বিষয়ে জানি লব লাগিব। তাৰ ওপৰত ভিত্তি কৰিয়ে, সেই লোকালয়ৰ সাহায্য আৰু যুদ্ধৰ সময়ত প্ৰেৰণা যোগাবলৈ কাৰ্য-ক্ৰমণিকা প্ৰস্তুত কৰিম। ভিয়েটনামত এইটোৱে হৈছে। পৃথিৱীৰ অন্যান্য অঞ্চলতো ঠিক একেদৰে স্বাধীন মানুহৰ শক্তিৰে কমিউনিষ্টৰ কূট-কৌশল আকৌ এবাৰ পৰাজয় কৰা হব। নহৈ পৰীক্ষা কৰা হব, সিঁহতৰ উৎপীড়ন এই শক্তিৰ আগত কাহাতক তিষ্টিব পাৰে!

অন্তৰ্বৰ্ত্তী সংগ্ৰামৰপৰাই (মই মিয়েছোটাৰ ৰাজনীতিত সোমোৱাৰ আদি কালছোৱাত কমিউনিষ্ট দলৰ লগত আমাৰ এখন তীব্ৰ ৰাজনৈতিক যুঁজ সংঘটিত হৈছিল।) আমি বুজিব লাগিব, কমিউনিষ্টসকল জোৰবান্। লেটিন আমেৰিকা, মধ্যপ্ৰাচ্য, আফ্ৰিকা আৰু দক্ষিণপূৰ্ব এছিয়াত কমিউনিষ্ট ধ্বংসলীলাক দমন কৰিবলৈ গৈ আমি বুজিবলৈ বাকী থকা নাই, শত্ৰুপক্ষ

অতি চতুৰ আৰু কূটকৌশলী; আৰু সিঁহতৰ আয়ত্তত থকা ৰাজনৈতিক, অৰ্থনৈতিক আৰু সেনাবাহিনী যি কোনো এবিধ অস্ত্ৰকে প্ৰয়োজন হলে প্ৰয়োগ নকৰাকৈ নাথাকে।

আমি এইটো বুজা উচিত, এখন পতনশীল আৰু নৈতিকতাবিহীন সমাজক প্ৰতিৰক্ষা কৰি কমিউনিষ্টৰ আদৰ্শক নাশ কৰিব নোৱাৰোঁ। এইটোও ঠিক যে, শ্ৰেষ্ঠ অস্ত্ৰপাতিৰেও এখন দেশে একো কৰিব নোৱাৰে, যদিহে অস্ত্ৰবোৰ এনেলোকৰ হাতত থাকে যিয়ে নিজকে প্ৰতিৰক্ষা কৰাৰ কথাটো নাভাবে।

গ্ৰামাঞ্চল, চহৰৰ বস্তী অঞ্চল আৰু নিৰ্জন বন অঞ্চলত কাম কৰি থকা প্ৰায় দহ লক্ষ মুনিহ তিৰোতাৰ কিছুমানে ৰাজনৈতিক আৰু অৰ্থনৈতিক সংস্থাত অস্ত্ৰ-ধাৰণ কৰিছে আৰু কিছুমানে ঔষধ, শিক্ষা, আহাৰ, আদিৰ কাৰণে নিৰ্দেশমতে আহিলা গোটাইছে। সৈন্যবিভাগত থকা আৰু তাৰ বাহিৰৰ এইসকল ...বিকানৰৈ আমাৰ অশেষ কৃতজ্ঞতা আছে। কাৰণ পাৰমাণবিক প্ৰতিবন্ধকৰ ছাঁৰ তলত থিয় দি যুক্তৰাষ্ট্ৰৰ নিৰাপত্তাৰ কাৰণে তেওঁলোকেই "তৃতীয় পৃথিৱী"ৰ বুকুত অন্তিম সংগ্ৰাম চলাই গৈছে।

## ॥ চৰকাৰ আৰু জনগণ ॥

বৰ্তমান পৃথিৱীখনৰ প্ৰতি এটি চিন্তাৰ উদ্বেগ মনত লৈ আমেৰিকানসকলে বিগত মাহবোৰৰ ওপৰত গভীৰভাৱে দৃষ্টি নিক্ষেপ কৰিবলৈ আৰম্ভ কৰিছে। দাৰিদ্ৰ্যৰ বিৰুদ্ধে যুদ্ধ, গৃহস্বত্ব প্ৰসঙ্গ, শিক্ষাৰ সমস্যা, আমাৰ ঘৰুৱা সম্পদৰ ব্যৱহাৰ আদি চিন্তাবোৰে অকৌ আমাৰ বহুতো সময় অধিকাৰ কৰি লৈছে।

শীতল যুদ্ধৰ উত্তেজনা প্ৰশমিত কৰা প্ৰশ্নটো ইয়াৰ লগত জড়িত হৈ আছে। এইবোৰৰ পৰিণতি গঠনমূলক আৰু সদায় ভাল। যদি পৃথিৱীৰ বাকী অংশৰ লগত সম্বন্ধ স্থাপনত প্ৰতিক্ৰিয়াশীল হবলৈ বিচাৰোঁ, তেন্তে আমি নিজ দেশত অধিক সংস্কাৰকামী মনোবৃত্তি আৰু কৰ্মদক্ষ হব লাগিব। অতীতত আমি অনেক উপদেশ দিছিলোঁ আৰু আনৰ ওচৰত দাবী কৰিছিলোঁ, ইফালে আমাৰ নিজৰ ঘৰত বেমেজালিয়ে বাহ বান্ধিছিল। আমি অইনদেশৰ চৰকাৰক দেশ শাসন কৰাৰ বিষয়ে বা মানুহৰ নৈতিকতা সম্বন্ধে সচেতন হবলৈ উপদেশ দিবপৰা অৱস্থাত নাছিলোঁ; কাৰণ আমাৰ দেশতে আমি মেককাৰ্থিদলৰ উৎপাত আৰু নৈতিকতাৰ ৰোগত ভুগিছিলোঁ।

এতিয়া আমি গৃহ পৰিষ্কাৰৰ কামত লাগিছোঁ। আমি ভিতৰৰ প্ৰতি মনোনিবেশ কৰিছোঁ; সেইবুলি বাহিৰৰ যোগাযোগৰপৰা আমাক আঁতৰাই ৰাখিব খোজা নাই। আমি বিশ্বত আমেৰিকাৰ এখন উজ্জ্বল মুখ প্ৰদৰ্শন কৰিবলৈ বিচাৰোঁ। তাৰ বাবেই আমাৰ ঘৰত কৰা কামৰ দুটা প্ৰধান উদাহৰণ হ'ল, দাৰিদ্ৰ্যৰ বিৰুদ্ধে যুদ্ধ আৰু গৃহস্বত্ব লাভৰ সংগ্ৰাম। আনকি আমি বাহিৰতো যিবোৰ কাম কৰি আছোঁ সেইবোৰেও আমাৰ জাতীয় লক্ষ্য আৰু গৃহ-নৈতিকতাৰ বৰ্ধিত চেতনাৰ প্ৰমাণ দিয়ে। সকলো দেশৰ ভিতৰতে আমাৰ শান্তি-সেনাৰ উদাহৰণ অতুলনীয়। ই আকৌ এবাৰ প্ৰমাণ কৰিছে আমাৰ আদৰ্শক আমি কিদৰে হিয়া-মনেৰে সাৰটি কামত লাগিছোঁ।

এইটো কৰা আমাৰ দৰ্কাৰ। নৈতিক প্ৰসঙ্গবোৰত আমি অধিক সচেতন হব লাগিব; আৰু সঁচাকৈ আমি হৈছোঁ। বাস্তৱিকে সময়ে সময়ে আমাৰ সাধুতা-জ্ঞানৰ নাটনি ভালকৈয়ে দেখা যায়। আমাৰ বহিৰাঞ্চলৰ বন্ধুবৰ্গই কেতিয়াবা আমাক ভয়েৰেও চাব খোজে। ঘৰুৱা হীন-ডেঢ়িবোৰ ইয়াৰ কাৰণ নহয়, ইয়াৰ কাৰণ পৃথিৱীৰ বিভিন্ন ঠাইত আমি কৰা কামবোৰ আৰু আমাৰ সঙ্গী।

উদাহৰণ স্বৰূপে, কিউবা সম্পৰ্কত আমি এটা নীতি গ্ৰহণ কৰিছোঁ ; অৰ্থাৎ কাষ্ট্ৰোবাদ তাৰপৰা আঁতৰাব খোজোঁ। কিন্তু কাষ্ট্ৰোৰ পিছত আমি আকৌ কি বিচাৰিম, এই ভাবি বহুত মানুহ সন্দেহাকুল। সমগ্ৰ কিউবা আৰু লেটিন আমেৰিকাৰ সকলোৱে ভালদৰে বুজি পাইছে, কাষ্ট্ৰোৰ কমিউনিষ্ট শাসন আঁতৰাই আমি এখন প্ৰগতিশীল চৰকাৰ স্থাপন কৰিব খুজিছোঁ। কিউবাৰ চৰকাৰে যদি ৰাজনৈতিক স্বাধীনতা আৰু অৰ্থনৈতিক তথা সামাজিক সংস্কাৰ লাভত আত্ম-নিয়োগ কৰে তেন্তে যুক্তৰাষ্ট্ৰ চৰকাৰৰপৰা দৃঢ় সমৰ্থন পাব। তাৰ সলনি এখন চূড়ান্ত সোঁপন্থী অত্যাচাৰী চৰকাৰে এই সমৰ্থন পাব নোৱাৰে।

এইটো আমি পৰিষ্কাৰভাৱে কৈ দিয়া উচিত, কিয়নো অতীতত আমি এনে কিছুমান দুৰ্নীতিপৰায়ণ শাসনৰ লগত আমাক জড়িত কৰিছিলোঁ যে, তাৰ নেতৃত্ব গুলীবৰ্ষণকাৰী দলৰ ঠিক এখোজ আগতহে বৈ আছিল। ৰাজনৈতিক কৌশল অৱলম্বন কৰি আমি পাপহে কৰিছিলোঁ। কাৰণ বহু ঠাইত ইয়াৰ বাবে আমাৰ মনোভাবৰ ওপৰত দোষাৰোপ চলিছিল। বহুতে কৈছিল, আমি মানুহৰ স্বাধীনতা লাভৰ হেপাহক চিনিবপৰা নাছিলোঁ।

চৰকাৰ আৰু আমেৰিকাৰ জনগণৰ মাজৰ সম্বন্ধৰ ওপৰত আমি আত্ম-পৰীক্ষা মূলক দৃষ্টি পেলোৱা প্ৰয়োজন হৈছে। এইটোৱে হ'ল মূল কথা। ইয়াৰ উন্নতি সাধিবলৈ বা চৰকাৰৰ কাৰ্যৰ উন্নতি সাধনৰ অৰ্থে যি কৰা হয় তাৰ ওপৰতেই গণতন্ত্ৰই শ্ৰীবৃদ্ধি লাভ কৰে।

## ॥ পৰিকল্পনাৰ প্ৰয়োজন ॥

মোৰ ল'ৰালি কালৰ সময়তকৈ বহুকালেদি আজি এইখন এখন বেলেগ জগত,—এখন বেলেগ আমেৰিকা। বিশেষকৈ আজিৰ চৰকাৰ নিত্য-নতুন, নিত্য পৰিবৰ্তনশীল পৰিস্থিতিৰ মাজত বাস কৰে। আজি আমাৰ গণতান্ত্ৰিক অনুষ্ঠানসমূহলৈ চাই কোনোৱে প্ৰশ্ন কৰিব পাৰে ; আমাৰ আইনপ্ৰণয়ন যন্ত্ৰ আৰু আইনপ্ৰণয়ন পদ্ধতি ইয়াৰ ন ন দায়িত্ববোধৰ লগত থাপ খাই পৰিছে নে ?

ফেডাৰেল আৰু ৰাজ্যিক চৰকাৰৰ মাজৰ সম্বন্ধ এটা বৃহৎ প্ৰয়োজনীয় সমস্যা। কিন্তু ফেডাৰেল চৰকাৰৰ ভিতৰৰ সম্বন্ধ অৰ্থাৎ ন্যায়ালয়, আইন-প্ৰণয়নকাৰী আৰু আইন কাৰ্যকৰী শাখাৰ মাজৰ সম্বন্ধৰ সমস্যাৰ কাৰণে বহু বেছি সতৰ্ক বিশ্লেষণৰ প্ৰয়োজন হৈ পৰিছে। কংগ্ৰেছৰ দায়িত্বৰ ওপৰত খুব কম গুৰুত্ব দিয়া হয়। অলপতে কংগ্ৰেছ অধিবেশনত হোৱা বহুবোৰ

সমালোচনাই, কংগ্ৰেছৰ দায়িত্ব, কংগ্ৰেছৰ ক্ষমতা আৰু কংগ্ৰেছৰ স্বতন্ত্ৰতাৰ ৰূপ দাঙি ধৰিছে।

আইনপ্ৰণয়ন পদ্ধতি বা আইন কাৰ্যকৰী প্ৰক্ৰিয়াৰ সাধাৰণ যান্ত্ৰিক সংস্কাৰতে আমি আৱদ্ধ থাকিলে নচলিব; তাৰ উৰ্ধলৈ চকু দিব লাগিব। এখন প্ৰতিনিধিমূলক গণতন্ত্ৰত জনগণৰ চৰকাৰৰ লগত সম্বন্ধটো কি সেইটো আমি খুব ভালদৰে বুজিব লাগিব। জনগণ আৰু চৰকাৰৰ মাজত এটুকুৰা খালী ঠাই, এটা যেন উপসাগৰ অৱস্থান কৰিছে; যিহৰ ফলত ৰাজনৈতিক আৰু সামাজিক পৰিণতিয়ে জটিল ৰূপ ধৰিছে। আইন-শৃঙ্খলাৰ প্ৰতি সন্মান, প্ৰতিনিধিমূলক চৰকাৰৰ ওপৰত বিশ্বাস, আৰু জাতীয় আইনত বিশ্বাস স্থাপন আদি ভাবধাৰা গ্ৰহণযোগ্য অনুষ্ঠান আৰু সংবিধানৰ প্ৰতি থকা আনুগত্যইহে বঢ়াব পাৰে। যেতিয়া এই বিশ্বাস মনলৈ আহিব যে জনপ্ৰিয় মতবাদ বা জাতীয় আকাঙ্ক্ষা কাৰ্য্যত ৰূপায়িত কৰিব পাৰে একমাত্ৰ চৰকাৰেহে তেতিয়াও উপৰোক্ত ভাবধাৰাৰ জন্ম হয়। জনগণ আৰু তেওঁলোকৰ চৰকাৰৰ মাজত যি খালী ঠাই ওলাইছে সেইটোৱে যি কোনো বাহিৰা ভাবুকিতকৈ আমাৰ শাসনপদ্ধতি তথা সামাজিক কাঠামোৰ সন্মুখত এক বিৰাট ভাবুকি।

এই খালী ঠাইৰ এটা প্ৰত্যক্ষ কাৰণ হ'ল, গৃহস্বত্ব ( civil rights ) প্ৰসঙ্গ। নাগৰিক হিচাপে দায়িত্ব থকা নিযুত নিযুত লোকে নাগৰিকৰ সুবিধা পোৱা নাই। গণতান্ত্ৰিক চৰকাৰৰ আইন-পদ্ধতিৰ আলোচনাত যোগদানৰ সুযোগ নাপাই নিযুত নিযুত মানুহে অনুভৱ কৰে যে তেওঁলোক আইনৰদ্বাৰা সংৰক্ষিত নহয়।

এই খালী ঠাই আৰু বহল হৈ পৰিছে সেইসকলৰ বাবে, যিসকল লোকে বুজনি দিছে যে, ফেডাৰেল চৰকাৰ জনগণৰ শত্ৰু। এই মন্ত্ৰৰ শেষ হৈছে মানুহৰ ঘৃণা, বিদ্বেষ আৰু কোনো কোনো ক্ষেত্ৰত অযুক্তিকৰ বিশ্বাসত। ইয়াৰ প্ৰমাণ পোৱা যায় সৌপন্থীসকলৰ মন্তব্যত। ৰাজনীতিক প্ৰায়ে লেতেৰা ব্যৱসায় বুলি দোষাৰোপ কৰা হয়। তাৰ ফলত প্ৰতিনিধিমূলক চৰকাৰ যে কিছুমান দাৰ্শনিক বজা বা ঋষি-দেবদূতেৰে গঢ়া কংগ্ৰেছ উৎপন্ন কৰিবলৈ জন্ম হোৱা নাই সেই কথাও আমি বিস্মৃত হৈছোঁ। প্ৰতিনিধিমূলক চৰকাৰত ভাল-বেয়া, লেতেৰা চাফচিকুণ, শ্ৰেষ্ঠগুণী, মধ্যমীয়া আৰু তৃতীয়া সকলো বিধেই আছে। আমাৰ কৰ্তব্য হ'ল উচ্চমানৰ উদাহৰণ দাঙি ধৰা আৰু শ্ৰেষ্ঠতাৰ দাবী কৰা। আনকি যিসকল নিৰ্বাচনৰ পিছত দায়িত্বলৈ অহাৰ আগতে কেতিয়াও এইবোৰ ভাল

দৰ্শীৰ পৰা নাছিল সেইবোৰ লোকৰপৰাও এই শ্ৰেষ্ঠ মান আদায় কৰা হ'ব আমাৰ কাম।

এই বছৰত চুপ্ৰিম কোৰ্টৰ এটি সিদ্ধান্তই আমাৰ প্ৰতিনিধিমূলক চৰকাৰৰ কাৰণে আশাৰ পোহৰ কঢ়িয়াই আনিছে। এই সিদ্ধান্ত অনুসৰি নিৰ্বাচনৰ কাৰণে কংগ্ৰেছৰ ভাগ পুনৰ ঠিক কৰা হ'ব আৰু ৰাজ্যৰ ভোটাৰসকল ন্যায্য আৰু সন্মানযুক্ত প্ৰতিনিধিত্বৰ স্বীকৃতি দিয়া হ'ব। এই নীতি বিশেষ প্ৰয়োজনীয় হৈ উঠিছে কাৰণ যুক্তৰাষ্ট্ৰত জনসংখ্যাৰ প্ৰাদুৰ্ভাৱে ভোটাৰসকলৰ লক্ষ্য একেবাৰে সলনি কৰি দিছে। ১৯৮০ চনত ২৬০ নিযুততকৈও বেছি ভোটাৰ হ'ব।

১৯৮০ চনত, এই জনসংখ্যাৰ পৰিবৰ্তনৰ কাৰণে কংগ্ৰেছৰ ৰূপ ভালেখিনি সলনি হৈ যাব। চিনেটত নগৰৰ প্ৰতিনিধিৰূপে থাকিলেও সদনৰ প্ৰতিনিধিত্বৰ সৰহ ভাগ আসন ইয়াৰপৰাই পূৰণ হ'ব। যুক্তৰাষ্ট্ৰৰ পৰিসংখ্যা বিভাগে ১৯৮০ চনৰ বাবে অলপতে কৰা পৰিকল্পনা অনুসৰি প্ৰতিনিধিসদনত এইবোৰ প্ৰধান পৰিৱৰ্তন ঘটিব : বৃহৎ নগৰাঞ্চললৈ ক্ষমতা স্থানান্তৰ কৰা হ'ব; অৰ্থাৎ পশ্চিম উপকূল আৰু পৰ্বতীয়া ৰাজ্যবোৰৰ ক্ষমতা পশ্চিমাঞ্চললৈ স্থানান্তৰ কৰা হ'ব; মধ্য-পশ্চিম অঞ্চলত ইয়াৰ সকীয় ক্ষমতাহে থাকিব; দক্ষিণাঞ্চলৰ ৰাজ্যবোৰে, সীমামূৰীয়া ৰাজ্যবোৰে, নিউ ইংলণ্ড আৰু বৃহৎ মধ্য আটলাণ্টিক ৰাজ্যবোৰে প্ৰতিনিধিত্ব হেৰুৱাব।

আমাৰ কৃষি ব্যৱস্থাপনাত কি ঘটিছে? আমাৰ এক অৰ্ধাংশ মানুহ এতিয়া পামত কাম কৰি আছে। সেইখিনি লোকেৰে দৃশ্যমান ভৱিষ্যতত আমাৰ দেশক লগা আহাৰ আমি উৎপাদন কৰিব পাৰিম। আমাৰ পামবোৰে বৰ্তমান ইয়াৰ জনসংখ্যা ধীৰে ধীৰে নগৰলৈ পঠিয়াব লাগিছে। আমাৰ কৃষিৰ সাফল্যৰ ফলত কাৰখানাত কাম কৰা মানুহ বেছি হৈছে, তাৰ লগে লগে নগৰবোৰত জনসংখ্যা বাঢ়ি গৈছে।

উদ্যোগ বিতৰণৰ অৱস্থা কি? মধ্য আমেৰিকাত কি ঘটিছে? আমেৰিকাৰ যি বৃহৎ অঞ্চলৰপৰা জনতা আঁতৰি যাবলৈ ধৰিছে সেইবোৰ ঠাইত টকা খটুৱা বা ঋণ দিয়াৰ বিষয়ে কি কৰা হৈছে? প্ৰতিনিধি সদনত সেইবোৰ মানুহৰ খুব কম প্ৰতিনিধি বা প্ৰতিনিধি একেবাৰে নাথাকিবই। তেওঁলোকৰ হৈ কোনে মাত মাতিব?

চহৰৰ মানুহক এইটো কৈ দিব নালাগে যে—তেওঁলোকৰ বায়ু দূষিত হৈছে,

পার্টীৰ বিভক্ততাৰ বিষয়ত সমস্তাই দেখা দিছে। তেওঁলোকৰ চৌদিশ অপৰিকল্পিত বা অসম্পূৰ্ণভাৱে পৰিকল্পিত (আৰু কেতিয়াবা কুৎসিৎ, হতাশজনক)। গ্ৰামাঞ্চলৰ বস্তীবাসীবা উত্তৰ আৰু পশ্চিমৰ কেন্দ্ৰীয় নগৰবোৰলৈ অহা বৃহৎ পৰিমাণৰ নিগ্ৰো বহিৰাগতসকলৰ ক্ষেত্ৰত এইটো ঘটা আমি দেখিবলৈ পাইছোঁ। চহৰৰ এইবোৰ সমস্তাৰ প্ৰতিবিধান কৰিবলৈ বৈ আমি, নগৰৰ কৰ্তৃপক্ষ, আঞ্চলিক কমিটি, দেশীয় চৰকাৰ আৰু ৰাজ্যিক সমিতিৰ হাতত আশা হেৰুৱাই হতবাক হৈ পৰিছোঁ।

তথাপিও এইবোৰ বলবান ঘৰুৱা সমস্তা, বিশ্ব শান্তি লাভৰ সমস্তাতকৈ কম গুৰুত্বপূৰ্ণ। সেই শান্তি ৰক্ষা কাৰ্যত আমেৰিকাৰ সেনাবাহিনীৰ শক্তি চালস্বৰূপ হৈছে; কিন্তু থাৰ্মো-পাৰমাণবিক যুদ্ধৰ ধ্বংসৰ আগত কেৱল অস্ত্ৰ শক্তিৰ নিৰ্ভৰতা এটা অনিশ্চয়তা আৰু মূৰ্খামি। আমাৰ বহুতে গণতান্ত্ৰিক অনুষ্ঠানবোৰৰ ওপৰত পঁচিশ বছৰীয়া সৈন্ত সংগ্ৰহৰ প্ৰভাৱ কি বিচাৰি উলিওৱাত ব্যৰ্থ হয়। ফ্ৰেঙ্কলিন ৰুজভেল্টৰ ক্ৰিয়াশীল নেতৃত্বৰ তলতো এইখন প্ৰজাতন্ত্ৰ দেশে ১৯৩০ চনৰ মন্দা কষ্টেৰে প্ৰত্যক্ষ কৰিছিল। সেই বছৰবোৰৰ অভিজ্ঞতাই গণতান্ত্ৰিক অনুষ্ঠানবোৰৰ পৰীক্ষা কৰিছিল; লগতে তাক প্ৰাণৱন্ত আৰু শক্তিমন্ত কৰি তুলিছিল। প্ৰায়ে ভয়, শঙ্কা, সন্দেহ আৰু অনিশ্চয়তাৰ বা-মাৰলিত পৰি সৈন্ত সংগ্ৰহ কৰা হয়। কিন্তু ইতিহাসৰ বুকুত এনে উদাহৰণ মই কমেই দেখিছোঁ য'ত দীঘলীয়া সৈন্ত সংগ্ৰহে গণতান্ত্ৰিক অনুষ্ঠান শক্তিশালী কৰি তুলিছে। বহুত প্ৰশ্নৰে উত্তৰ আমি পোৱা নাই; তাৰ লগতে ৰাষ্ট্ৰপতি ড্ৱেইট আইচেনহাৱাৰ তেওঁৰ বিদায় ভাষণত উত্থাপন কৰা, সৈন্ত শিল্পোদ্যগৰ জটিলতাপূৰ্ণ সমস্তাবো উত্তৰ বিচাৰি পোৱা নাই।

এদিনাখন আমি হয়তো দেখিম, ছোভিয়েত ইউনিয়নে নিৰস্ত্ৰীকৰণ সম্পৰ্কত এনে এটি সাহসী অভিযান চলাইছে যে বৰ্তমানে সেইটো কোনোৱে ভাবিবকে পৰা নাই। যদি প্ৰয়োজনীয় সংৰক্ষণ ব্যৱস্থা ৰাখি ই প্ৰকৃত নিৰস্ত্ৰীকৰণৰ প্ৰস্তাৱ তোলে তেন্তে সেই সুযোগ গ্ৰহণ কৰিবলৈ আমি প্ৰস্তুত হব নোৱাৰিম। যদি আগতে মই প্ৰস্তাৱ কৰা দৰে স্বয়ংক্ৰিয়তা, টেকনোলজী, আৰু কৰ্মসংস্থানৰ ওপৰত এটি কমিছন বহুৱা নহয় তেন্তে আমি ভুগিব লাগিব। ভেতিয়াহলে বৃহৎ পৰিমাণৰ অস্ত্ৰ হ্ৰাসে আমাৰ অৰ্থনীতিৰ ওপৰত পেলোৱা প্ৰভাৱ মচিবলৈ আমাৰ কোনো পৰিকল্পনা কৰাই নহ'ব। যদি পৰৱৰ্তী দুবছৰত প্ৰতিৰক্ষা খৰচৰপৰা ২৫ বিলিয়ন ষ্টাৰ্লিং কমাই দিয়া হয় তেন্তে কি ঘটিব? যদি মহাকাশ কাৰ্যক্ৰমৰ

প্রায় ১০০ নিযুত ডলাৰ খৰচ কমাই দিয়া হব তেন্তে সমগ্ৰ-প্ৰগৰবোৰৰ অৱস্থা কি হব ?

কিন্তু প্ৰতিৰক্ষা খৰচ কমাই দিলে বা বন্ধ কৰি দিলে আমাৰ অৰ্থনীতি তাৰ লগত খাপ খুৱাই আগুৱাই নৈ যাব নোৱাৰে৷ বুলিয়ে প্ৰতিৰক্ষামূলক নিৰস্ত্ৰীকৰণৰ যোগেদি শান্তি অন্বেষণৰ পথ আমি কেতিয়াও পৰিত্যাগ কৰিব নোৱাৰোঁ। প্ৰতিৰক্ষা উদ্যোগক শান্তিকালৰ উদ্যোগলৈ সলনি কৰা পৰিকল্পনা এতিয়া সৰ্বোপৰি অপৰিহাৰ্য। কিন্তু আমাৰ চৰকাৰ এতিয়াও সাজু নহয়; সাজু নহয় আমাৰ বহুতো সমষ্টি।

আনকি লেটিন আমেৰিকা, আফ্ৰিকা আৰু এছিয়াৰ সমাজত যি বিপ্লৱৰ উত্তেজনা জাগি উঠিছে তাক সাম্য কৰিবলৈও আমি উপযুক্তভাৱে সাজু হৈ থকা নাই। এনে বহু নতুন প্ৰয়োজন, নদাবী আৰু নতুন শক্তি কেন্দ্ৰ আছে যিবোৰৰ লগত এতিয়াও আমি পৰিচিত নহওঁ। ৰাষ্ট্ৰপতি কেনেডীয়ে কৈছিল, "যিয়ে শান্তিপূৰ্ণ বিপ্লৱৰ বাট বন্ধ কৰে সেইবোৰেই পথ ৰচনা কৰে দুৰ্ধৰ্ষ বিপ্লৱৰ।" বুৰঞ্জীৰ আদিৰেপৰা, বিপ্লৱৰ মাজতে জন্ম হোৱা মাৰ্কিন যুক্তৰাষ্ট্ৰই প্ৰগতিশীল চিন্তা আৰু উদাৰ গণতান্ত্ৰিক অনুষ্ঠানৰ যোগেদি নিজৰ লক্ষ্য পথত আগুৱাই গৈ আছে। এই দেশেই খুব ভালদৰে বুজিব লাগিব শান্তিপূৰ্ণ বিপ্লৱক কিদৰে আমাৰ ঘৰলৈ আহ্বান জনাব পাৰি।

আমি যেহেতু ভবিষ্যতৰ পৰিকল্পনা লোৱাত ব্যৰ্থ হৈছোঁ, সেইহেতু বিপ্লৱক প্ৰতিক্ৰিয়াশীল, নৰপশু আৰু উৎপীড়নকাৰীৰ হাতলৈ এৰি দিছোঁ। গণতন্ত্ৰৰ বিপ্লৱ আমাৰ ইতিহাসৰ এটা অধ্যায়ত ৰূপান্তৰিত হৈছে; বহু বেছি ই এটা জীৱন্ত বিশ্বাস আৰু জীৱন্ত বাস্তৱতকৈ বিশেষ একো নহয়। আমি বাস কৰিবলৈ লোৱা পৃথিৱীখনৰ ধৰণ-কৰণ নক্সনালৈকে আৰু মানুহৰ কাৰ্যাকাৰ্যৰ নিয়ামক দৰ্শন বুজালৈকে আমাৰ বৈদেশিক সাহায্যৰপৰা আমি লাভৱান নহওঁ আৰু লাভৱান নহয় ইয়াৰ গ্ৰহিতাসকলে। আমাৰ ধন আছে বেছি কিন্তু চিন্তা আছে কম। আমি এখন শ্ৰেষ্ঠ পৃথিৱীৰ মহান, সুন্দৰ সপোন দেখিছিলোঁ। কিন্তু ইয়াৰ কাৰণে প্ৰকৃত পৰিকল্পনা আমি এৰাই গৈছোঁ; যিমানদিনলৈ এইদৰে থাকোঁ সিমানদিনলৈ ই আমাক প্ৰতাৰিত কৰিব।

## ॥ কংগ্ৰেছৰ প্ৰয়োজন ॥

ওপৰত দেখুৱাই অহা সমস্যাবাজি সঁচাকৈ বাৰু প্ৰতিনিধিমূলক গণতান্ত্ৰিক চৰকাৰে সমাধান কৰিব পাৰিব নে? মোৰ ভাব হয়, পাৰিব। কিন্তু কেঁতবোৰ মূল বস্তুৰ উৎকৰ্ষ সাধন কৰি গৈ থাকিব লাগিব। ফেডাৰেল চৰকাৰে সমস্ত কামটো অকলে কৰিব নোৱাৰে আৰু কৰা উচিতো নহয়। কিন্তু এই চৰকাৰৰ ওপৰত বিশেষ ধৰণৰ প্ৰকৃত দায়িত্ব থাকিব আৰু সেইটো আমাৰ সৰহভাগ লোকে বুজি পাব লাগিব।

কংগ্ৰেছে ঘৰৰ আৰু বাহিৰৰ এনেবোৰ জটিল বিষয়ৰ লগত জড়িত হৈ পৰিব লগতে জনগণৰ লগত মধুৰ সম্বন্ধ ৰাখিব লাগিব। গতিকে কংগ্ৰেছে বহুত কথা জানিব লাগিব আৰু সকলো খা-খবৰ জনগণক জানিব দিব লাগিব। কংগ্ৰেছে ইয়াৰ কাৰ্যপদ্ধতি এফালেদি পৰিচালিত কৰা দৰ্কাৰ। নিউটন মিনোই মোক এবাৰ কৈছিল, যোগাযোগ কমিছনৰ চেয়াৰমেন হিচাপে তেওঁ যোগাযোগৰ আনুষঙ্গিক আইনখন কংগ্ৰেছৰ তেৰখন পৃথক কমিটি আৰু সহকমিটিৰ আগত পৰীক্ষা কৰিব লগা হৈছিল। বিভাগীয় মুৰব্বীসকলে শিক্ষা দিয়া মানসেৰে বা কেৱল যোগান দিওঁতে ইয়াত এমুঠি আৰু তাত এমুঠি মানুহ ৰাখি কমিটিৰ ভিতৰত এনে দীৰ্ঘদিনীয়া অগা-পিছা গতিৰে কাম চলালে মানুহে কিদৰে কাৰ্যকৰী শাসন আশা কৰিব পাৰে?

কংগ্ৰেছৰ কমিটি আৰু সহকাৰী কমিটিবোৰে সমস্যা সমাধানৰ প্ৰতিহে সচেতন হব লাগিব, নিজা নিজা অধিকাৰ আৰু সীমাৰ কথাৰে ঈৰ্ষান্বিত হোৱাটো ভুল হব। (মই আইন প্ৰণয়ন পদ্ধতিৰ কৰ্মী হিচাপেহে এই কথা কৈছোঁ।) এই ক্ষেত্ৰত এটি সংশোধনীৰদ্বাৰা, সহ সমিতিৰ স্তৰত অধিক যুগ্ম কমিটি গঠন কৰি দিব লাগিব। তাৰদ্বাৰা আমাৰ শাসকসকলৰ সময় বচাব পৰা যাব। কিন্তু কংগ্ৰেছৰ আগত আজি ডাঙৰ সমস্যা হৈছে, জাতীয় নিৰাপত্তা আৰু যুদ্ধ শান্তিৰ প্ৰসঙ্গবোৰ ঠিকভাৱে পৰিচালনা কৰিবলৈ আমি নিজকে কিদৰে সজ্জিত কৰি তুলিব পাৰোঁ।

এই সমস্যা সমাধানৰ কাৰণে মই তিনিটা উপায় দিব খোজোঁ। এটা হ'ল, জাতীয় নিৰাপত্তাৰ কাৰণে এখন যুগ্ম কমিটি। ২য় বিশ্ব যুদ্ধৰ পিছত ৰাষ্ট্ৰপতি ট্ৰুমেনে আইন কাৰ্যকৰী শাখাৰ ভিতৰত জাতীয় নিৰাপত্তা সমিতি স্থাপন

কৰিছিল। তেওঁ সেইটো কৰাৰ কাৰণ হ'ল, এহাতে ৰাজ্যিক চেক্ৰেটাৰীৰ লগত প্ৰতিৰক্ষাৰ চেক্ৰেটাৰীক আৰু আনহাতে অৰ্থনৈতিক উপদেষ্টা সমিতিৰ চেয়াৰমেনৰ লগত ট্ৰেজাৰী বিভাগৰ চেক্ৰেটাৰীক একলগ কৰিব বিচাৰিছিল। আন কথাত তেওঁ চৰকাৰৰ আইন কাৰ্যকাৰী বিভাগৰ সিদ্ধান্তকাৰী পদ্ধতিৰ মাজলৈ আন আন বিভাগৰ বিৰোধী ভাৱধাৰাবোৰ টানি আনিছিল যাতে তাৰ মাজত সুসমন্বয় ঘটাব পৰা হয়।

কিন্তু কংগ্ৰেছত আমি কি কৰিছোঁ? পাৰমাণৱিক পৰীক্ষা বন্ধৰ চুক্তি সম্পাদনে তাৰ এটা উদাহৰণ দাঙি ধৰিব। এই চুক্তিত চহী দিয়াৰ সিদ্ধান্ত গ্ৰহণ কৰা হৈছিল জাতীয় নিৰাপত্তা সমিতিত। কিন্তু তাৰ আগতে বিৰোধী ভাৱধাৰাসমূহৰ আউল ভঙা হৈছিল। আৰু সমিতিৰ ভিতৰতে খা-খবৰ বিনিময় কৰা হৈছিল, লগতে ষ্টাফৰ যুগ্ম প্ৰধানৰ মনোভাব আৰু মতামত উলিয়াই লোৱা হৈছিল। এটা সংঘবদ্ধ অনুষ্ঠানৰ ভবিষ্যতে এনেদৰে চিন্তা আৰু নীতিৰ সমন্বয় স্থাপন নকৰা হলে, হেজাৰ হেজাৰ বাণী আৰু হেজাৰ হেজাৰ প্ৰস্তাৱ শুনিবলৈ পোৱা গলহেঁতেন।

তাৰ পিছত এই চুক্তিপত্ৰ চিনেট পাইছিলহি। নিয়মিত পদ্ধতি অনুসৰণ কৰিবলৈ হলে ইয়াক তলত উল্লেখ কৰা বিভাগবোৰদ্বাৰা অনুমোদন কৰাব লাগিলহেঁতেন: সৈন্যবাহিনী সমিতি, সৈন্যবাহিনীৰ প্ৰস্তুতিৰ কাৰণে বিশেষ সহ-সমিতি, আনবিক শক্তিৰ যুটীয়া সমিতি, আৰু বৈদেশিক সম্পৰ্কৰক্ষা সমিতি। চিনেটৰ ফুলব্ৰাইটৰ পৰামৰ্শ মতে এনে এটা অস্থায়ী ব্যৱস্থা কৰা হৈছিল; (তেওঁ শুনানীৰ কাৰণে সমিতিবোৰ একলগ কৰি দিছিল) কাৰণ তেওঁ কৈছিল যে আমি দু সপ্তাহৰ ভিতৰত আলোচনা শেষ কৰিব পাৰিম।

কংগ্ৰেছৰ কামত জড়িত থকা হিচাপে মোৰ জীৱনটো সাধাৰণ ভৱতকৈ এখোপ ওপৰত বুলি মই ভাবো। সপ্তাহটোৰ প্ৰত্যেকদিনে মই এহেজাৰতকৈও অধিক চিঠি-পত্ৰ পাওঁ। নিতৌ কেবাশ দৰ্শক মোৰ ওচৰলৈ আহে; কাৰণ জেট বিমানে কেইঘণ্টামানৰ ভিতৰতে চিনেটৰ সমষ্টিৰ সমগ্ৰ লোকক তেওঁৰ ওচৰলৈ আনি দিব পাৰে। মোৰ সতীৰ্থসকলৰ আহ্বানৰ বাহিৰেও নিতৌ সত্তৰ মাইল আঁতৰৰপৰা আহ্বান পাওঁ। এনে অৱস্থাত কংগ্ৰেছৰ জৰুৰী দায়িত্ব হাতত লবলৈ ক'ৰপৰা সময় হব?

কংগ্ৰেছৰ [illegible] 'ঘ' সমিতিৰ সভাত সদস্যসকল যে অনুপস্থিত থাকে সেইটো সদস্যসকলৰ এলাহৰ কাৰণে নহয়। এইটো স্পষ্ট কাৰণ [illegible] [illegible]

মানুহৰ আহ্বানত তেওঁ তেতিয়া আইন টাইপ কাৰিবলগীয়া হয়। আনকি যিবোৰ সমিতিৰ মই চেয়াৰমেন সেইবোৰ সভাত উপস্থিত থকাৰ কাৰণে সময় উলিয়াবলৈকো মই অহোপুৰুষাৰ্থ কৰিব লাগিছিল। চিনেটৰ সভ্যসকল কিয় চিনেটত নাথাকে? তেওঁলোক নিশ্চয় গল্ফ খেলত থকাটো নাই। তেওঁলোক হয় সহ-সমিতি নাইবা সমিতিৰ সভাত ব্যস্ত। অথবা তেওঁলৈ টেলিফোন বা' চিঠি আহিছে, নহলে দৰ্শক বৈ আছে, যিহৰ কাৰণে তেওঁ আকৌ অফিচলৈ ঘূৰি যাবলগীয়া হৈছে।

কংগ্ৰেছৰ সভ্যসকল আইন কাৰ্যকৰী শাখা আৰু মানুহৰ ভিতৰত সংযোগকাৰীৰ ৰূপ পাইছে। আইন কাৰ্যকৰী শাখাটোক, সৰহভাগ মানুহে 'চৰকাৰ' বুলি ভাবে, ইয়াৰ আকাৰ-প্ৰকাৰ ইমান ডাঙৰ যে মানুহক অবাক কৰি দিয়ে আৰু ক'লৈ যাব লাগে মানুহে তাৰ দিশ হেৰুৱাই পেলায়। মানুহে তেওঁলোকৰ কংগ্ৰেছ সদস্য আৰু চিনেটৰৰ যোগেদি নগলে এনেই ইয়াৰ লগত সংযোগ স্থাপন কৰিব নোৱাৰে। কেতিয়াবা আমি কোনো এজন লোকৰ সামাজিক নিৰাপত্তা লাভৰ অৰ্থে সময় খৰচ কৰিছোঁ, কিন্তু মানুহজনে আগতেই সেই নিৰাপত্তা পাব লাগিছিল। নাইবা কোনো এজন উল্লেখযোগ্য ব্যক্তিৰ প্ৰাথমিক প্ৰতিবিধানৰ দৰ্কাৰ কিন্তু আমি তেওঁক এখন হাস্পাতালত ভৰ্তি কৰি দিছোঁ। প্ৰত্যেক বছৰে এনে হেজাৰ হেজাৰ ঘটনা ঘটে। কংগ্ৰেছৰ ইমান বেছি কাম হয় যে গোটেই পদ্ধতিটোৱে শ্বাস-প্ৰশ্বাস বন্ধ হৈ আহিছে। গতিকে এতিয়া যিবোৰ প্ৰত্যক্ষ সমস্যাই আমাক থাওঁ থাওঁ মূৰ্তি ধৰি আহিছে সেইবোৰক কোনোৰকমে দমন কৰিবলৈহে চেষ্টা কৰিব পাৰোঁ।

যদি দিনটোত মই চৈধ্য ঘণ্টাকৈ কাম কৰোঁ, তেন্তে মোৰ ভাব হয়, মোৰ নিজা কাম আৰু অফিচৰ দায়িত্ব উভয়কে অৱহেলা কৰিছোঁ। কমকৈ কাম কৰা একেবাৰে অসম্ভৱ। কাৰ্যকৰী হবলৈ আপুনি বুদ্ধিমান হলে সুবিধা আছে; বিশেষ সুবিধা হয় আপুনি যদি সিদ্ধান্ত লোৱা স্থান অৰ্থাৎ সমিতি আৰু সহসমিতিত উপস্থিত থাকিব পাৰে। অৱশ্যে এইটোও ঠিক, সহসমিতিৰ থকাৰ সুযোগ নাপালোহেঁতেন যদি আমি সেই মানুহক কোৱা মেলা নকৰিলোহেঁতেন আৰু সেই মানুহে এখন অৱস্থাত আমাক কংগ্ৰেছলৈ নপঠিয়ালেহেঁতেন।

মোৰ তৃতীয় মত হ'ল, কংগ্ৰেছলৈ মনীষী, মেধাৱী, বুদ্ধিমান আৰু দক্ষ লোক অনাৰ উপায় উদ্ভাৱন কৰিব লাগে। কাৰণ আধুনিক চৰকাৰ এখনত ইয়াৰ

প্ৰয়োজন আছে। আমাৰ এই চৰকাৰ স্বতন্ত্ৰ ক্ষমতাসম্পন্ন আৰু আবদ্ধনা নকাকাৰী। ইয়াত সঁচাকৈয়ে বাধা আছে প্ৰচুৰ, কংগ্ৰেছে পতিৰোধ কৰি চৰকাৰৰ মৃত্যু ঘটাব পাৰে। কিন্তু তাৰসাম্যৰ লক্ষণ কি? আইন প্ৰণয়ন শাখা আৰু আইন কাৰ্যকৰী শাখাৰ মাজত সমতা নিৰ্ধাৰণ কৰিব নোৱাৰি যেতিয়ালৈকে আইন প্ৰণয়ন শাখাত, আইন কাৰ্যকৰী শাখাত থকাৰ দৰে আকৰ্ষণীয় মেধা নাথাকে।

এতিয়া কংগ্ৰেছৰ ন বাহু এখন গঢ়ি তোলাৰ কথা চিন্তা কৰাৰ সময় উপস্থিত হৈছে। এটা কংগ্ৰেছ কেন্দ্ৰ, তাত থাকিব এদল পণ্ডিত লোক। তেওঁলোকে কংগ্ৰেছক তেওঁলোকৰ সঞ্চিত জ্ঞানভাণ্ডাৰ আৰু চিন্তাৰাশিৰে সহায় আগবঢ়াব।

১৯২২ চনত ৰাণ্টাৰ লিপমেনে কৈছিল, কংগ্ৰেছৰ এটা অসুবিধা হ'ল ইয়াৰ সভ্যসকলে তেওঁলোকৰ জানিব লগীয়া সকলো বিষয়তে সৰ্বেসৰ্বা হোৱাটো আশা কৰিব নোৱাৰি। বৰ্তমানে এজনে জানিব লগীয়া আৰু প্ৰকৃততে জনাৰ মাজত এটা কৰুণতম ব্যৱধান বৈছে। এই পৰিস্থিতিৰ সন্মুখীন হবলৈ ভালদৰে সজ্জিত নহয়।

নিৰস্ত্ৰীকৰণ আৰু ইয়াৰ সমস্যাসমূহৰ বিষয়ে মই পৰা সকলোখিনিকে জানিবলৈ যত্ন কৰিছোঁ। কিন্তু এই মূল বিষয়টো সম্পৰ্কে কোনো গভীৰ অনুসন্ধান চলোৱাত সাহায্য কৰাৰ কাৰণে যুক্তৰাষ্ট্ৰৰ কংগ্ৰেছে এনেই যোগ্যতা পাইছে। ইয়াত মাত্ৰ এজন সভ্যই নিৰস্ত্ৰীকৰণৰ কাম চলাইছে। সৌভাগ্যবশতঃ আইন কাৰ্যকৰী শাখাই এটা অস্ত্ৰ নিয়ন্ত্ৰণ আৰু নিৰস্ত্ৰীকৰণ শাখা স্থাপন কৰিছে। দুৰ্ভাগ্যবশতঃ কংগ্ৰেছৰ সৰহভাগ সভ্য ইয়াৰ প্ৰতি সন্দেহাকুল।

কংগ্ৰেছে পৰৱৰ্তী বছৰৰ কাৰণে প্ৰায় ১০০ বিলিয়ন ডলাৰৰ এখন বাজেট কৰিছে। এইখন পৰিচালিত কৰিবলৈ কংগ্ৰেছ কিভাবে সক্ষম হৈছে? বাজেটখন 'বাজেট বুৰো'ই তৈয়াৰ কৰি দিছে। কিন্তু কংগ্ৰেছে এতিয়া ইয়াৰ ওপৰত সিদ্ধান্ত লব লাগিব। বাজেট বুৰোৰ হেজাৰ হেজাৰ কৰ্মী আছে। কংগ্ৰেছৰ উভয় সদনৰ এপ্ৰোপ্ৰিয়েছন কমিটিৰ ষ্টাফত এশতকৈও কম সভ্য আছে। দেশৰ শ্ৰেষ্ঠ মনবদাৰা এইখন পৰীক্ষা কৰোৱা উচিত, আৰু আগত বহুবছৰৰ উপযোগীকৈ কাৰ্যক্ৰমণিকা প্ৰস্তুত কৰা দৰকাৰ। জনসংখ্যাৰ পৰিৱৰ্তনে বাজেটৰ ওপৰত কি প্ৰভাৱ বিস্তাৰ কৰিব? আমাৰ বৰ্তমানে খৰাখনৰ দৰেই হবনে সেইখন বাজেট; (এই বাজেটক যোৱাময় ইঞ্জিনৰ দৰে অচল বোলা হৈছে।)

পাইবা আগতে আমি এখন অর্থকৰী বাজেট বিচাৰিব নে খৰচী বাজেটৰ আশা কৰিম ?

এই ধৰণৰ চিন্তা আৰু পৰিকল্পনা কংগ্ৰেছৰ পদ্ধতিটোৰ লগতে গঁথা হৈ থকা লাগে আৰু চৰকাৰৰ অঙ্গ হৈ উঠা উচিত।

প্ৰস্তাবিত কংগ্ৰেছ কেন্দ্ৰটোত বৰ্তমান এপ্ৰোপ্ৰিয়েছন সমিতিত থকাতকৈ আকাৰত বহু বেছি সভ্য ৰাখিব লাগিব। সম্ভৱতঃ এৰছৰৰপৰা তিনিবছৰীয়া কাৰ্যৰ কাৰণে উচ্চ শিক্ষাৰ শ্ৰেষ্ঠ অনুষ্ঠানৰপৰা পণ্ডিত তালৈ যোৱাত সুবিধা হব। এনে আহ-যাহৰ ফলত কংগ্ৰেছৰ মাজত ভাবধাৰাবোৰ প্ৰাণৱন্ত কৰি তুলিব; লগে লগে বিশ্ববিদ্যালয় সমষ্টিৰ মাজতো তেনে ফল দেখা দিব।

ভাবি চাওক, এনে কিছুমান প্ৰসঙ্গ আছে যাৰ বিষয়ে কংগ্ৰেছে বহু বেছি জানিব লাগে; আকৌ আমি সজ্ঞানে সেই কামলৈ আগবঢ়ি যোৱাৰ আগতে তাৰ বিষয়ে ব্যাখ্যা দিব লাগিব। ফেডাৰেল আৰু ৰাজ্যিক কৰৰ সম্পৰ্ক বিষয়ত আমাৰ কোনো সমিধান নাই। আমি "বেলেঞ্চ অব পেমেণ্ট" সমস্যাৰ সৈতে একে বুটিত অহা নাই; সেইটো সকলোৱে জানে। "আন্তৰ্জাতিক বিতৰণ" শব্দেৰে আমি কি কব খোজো সেই বিষয়ে আমি খুব কমেই জানো। আমি বাস কৰা পৃথিৱীখনৰ কাৰণে কিমান অৰ্থৰ প্ৰয়োজন সেই বিষয়ে আমাৰ অলপো ধাৰণা নাই; তাতকৈও কম ধাৰণা আছে সেই প্ৰয়োজনৰ চাহিদা পূৰণ কৰা বিষয়ত। পৃথিৱীৰ বৰ্ধিত জনসংখ্যাৰ অৰ্থৰ চাহিদা আৰু দীৰ্ঘ-ম্যাদী ঋণ পৰিপূৰণত আন্তৰ্জাতিকভাৱে আমি যি কৰোঁ তাৰ ওপৰতে নিৰ্ভৰ কৰিছে যুক্তৰাষ্ট্ৰৰ ব্যক্তিগত উদ্যোগ পদ্ধতিৰ উত্থান আৰু পতন। মই ভাবোঁ ধনতন্ত্ৰবাদ যি কোনো এটা সংখ্যাৰ বেঙ্ক ব্যৱসায়ী সদাগৰ বা উৎপাদকে কংগ্ৰেছত থকা প্ৰশংসা কৰা তেওঁলোকৰ বন্ধুবৰ্গক কব, "হে ভগৱান, এতিয়া আগলৈ চাওহক।"

এনে এটা কংগ্ৰেছ কেন্দ্ৰৰ কাৰণে পণ্ডিত নিৰ্বাচন কৰিব পাৰিব তেওঁলোকৰ সমগোত্ৰী লোকে আৰু অনুষ্ঠানে। থানাভালাচৰ স্বাধীনতা সংৰক্ষণ কৰা হব। তেতিয়াহে কোনো নিৰ্দেশিত মতামতৰ উদ্ভৱ হব নোৱাৰে। লগতে কংগ্ৰেছৰ হাতত সিদ্ধান্ত গ্ৰহণৰ ক্ষমতা থাকিব, আৰু ব্যক্তিগত সমিতিৰ ষ্টাফৰ হাতত বিশেষ আইন প্ৰণয়নৰ দায়িত্ব থাকিব। আইন কাৰ্যকৰী শাখাই পণ্ডিতৰ ব্যৱহাৰ বৃদ্ধি কৰি সৰ্বাত্মক পৰিকল্পনা আৰু দূৰ লক্ষ্যৰ উপযোগী প্ৰস্তাৱ আগবঢ়াব পাৰিব। কংগ্ৰেছত ব্যৱসায়িক আৰু পণ্ডিত শ্ৰেণীৰ সমান সাহায্য থাকিলেহে আৰসাম্য ৰক্ষা পদ্ধতিৰ বিশেষ মূল্য প্ৰকট হৈ ওলাব।

এনেবোৰ উপায়বোৰে আইন প্ৰণয়ন পদ্ধতিক পৰিবৰ্ত্তিত সময়ৰ লগত খোজ মিলোৱাত আমি সহায় কৰিব পাৰো। সেইকামৰ কাৰণে প্ৰয়োজনীয় ইয়াৰ দৃঢ়তা আৰু স্থিতিস্থাপক গুণৰ ওপৰত মোৰ বিশ্বাস আছে। প্ৰতিনিধিমূলক চৰকাৰৰ পৰীক্ষাও চলোৱা হৈছিল বিশ্বাসক ভেঁটি কৰি। মোৰ বিশ্বাস আছে, আজিলৈ যিমানবোৰ ৰাজনৈতিক পদ্ধতি মানুহে উদ্ভাৱন কৰিছে তাৰ ভিতৰত অৱশেষত এইটোৱে অতীব বিচক্ষণ, যঁহা বিযুক্ত আৰু মানবীয় পদ্ধতি বুলি পৰিগণিত হব।

## ॥ ব্যক্তিগত আলেখ্য ॥

মই জীৱনক কণা কণাকৈ উপভোগ কৰা লোক। এই পৃথিৱীত মই কৰিব খোজা, মোৰ অভিজ্ঞতাৰ আৰু মোৰ সাফল্যৰ অনেক, অনেক বেছি বস্তু আছে; যিবোৰৰ কাৰণে মই আগতে কাহানিও সময় পোৱা নাছিলোঁ। ৰাইজৰ সেৱাত মই জীৱন উৎসৰ্গ কৰি দিছোঁ। ই এজন মানুহক যিমানখিনি দান কৰে সিমানখিনি কাঢ়িও লৈ যায়। এই জীৱনৰ দাবীৰ খতিয়ান অপূৰণীয়। এটা দিনৰ সমস্ত সময়খিনি যথেষ্ট নহয়; নহয় এটা সপ্তাহৰ দিনবোৰ। সময়বোৰ কোন পিনেদি পাৰ হৈ গ'ল তাক জনাৰ আগতেই শিশুটি ডাঙৰ হৈ উঠে। এটা সাধাৰণ পাৰিবাৰিক জীৱন অতিবাহিত কৰাত অতিষ্ঠ হৈ উঠি কিছুমানে হতাশ হৈ পৰে।

এইখন ৰাজনৈতিক সংগ্ৰামত, ভাবধাৰাৰ অবিৰামৰ বিতৰ্ক আৰু সিদ্ধান্ত নিৰ্ণয়ৰ দায়িত্বৰ মাজতো প্ৰত্যেক মানুহলৈ এনে এটি মুহূৰ্ত আহে যেতিয়া তেওঁ হৈ পৰে দ্বিধাগ্ৰস্ত, আত্মবিশ্বাসহীন, নিৰাশ আৰু নিৰুদ্যম।

কিন্তু আমেৰিকাৰ সু-উচ্চ ৰাজনৈতিক জগতখনত কাম সমাধা কৰি সমস্যাৰ আউল মৰাত আৰু সাফল্য লাভত এক মহান আনন্দ আৰু অপূৰ্ব অনুভূতিৰ আঁচোৰ লাগে মনৰ ভিতৰত। কাম কঠিন হলেই সি ভাল হব। এই সম্পূৰ্ণ মুক্ত গতিপথত মানুহে ধাৰাবাহিকভাৱে নিজৰ নাম-যশ প্ৰতিষ্ঠা অনিশ্চয়তাৰ হাতত এৰি দিয়ে। ইয়াত তেওঁৰ বিচাৰ-বিবেচনা বাৰে বাৰে জোখ লোৱা হৈ যায়। অকল কৰ্মকুশলতা নহয়, তেওঁৰ সাহসৰ ওপৰত নিৰ্ভৰ কৰিছে তেওঁৰ জীৱন, জীৱনৰ সাফল্য।

কুৰি বছৰতকৈ অধিক কাল মোৰ এই ৰাজহুৱা জীৱনত; সমান বিচাৰ, সমান সুবিধা, সৰ্বসাধাৰণৰ কল্যাণ আৰু আমাৰ দেশৰ সামূহিক প্ৰতিৰক্ষাৰ বাণী লৈ ঘূৰিছোঁ, নিজক বিলাই দিছোঁ কামৰ মাজত। সেই বছৰবোৰত মই সঁচাকৈয়ে কেতিয়াও অকলশৰীয়া হোৱা নাই। মই সদায়ে আমেৰিকাৰ জনগণৰ আন্তৰিক শুভেচ্ছা আৰু সৎ-মনোভাৱৰ প্ৰতি সজাগ হৈ আছিলোঁ। এই সজাগতাই মোক সেইবোৰ কাৰ্যচলাই যাবলৈ উৎসাহ দিছে যেতিয়া আনকি মই ভীষণভাৱে ব্যৰ্থ হৈ পৰিছোঁ তেতিয়াও।

আশাবাদী হোৱাই মোৰ স্বভাৱ। মই আশাবাদী হোৱাৰ আৰু এটা কাৰণ হ'ল, যেতিয়া দূৰ লক্ষ্যৰ পিনে চাই পঠিয়াও তেতিয়া আমাৰ এই প্ৰজাতান্ত্ৰিক দেশখনৰ অগ্ৰগতি, উন্নতি, প্ৰসাৰ আৰু সংস্কাৰৰ ছবিয়ে মনক অনুপ্ৰাণিত কৰি তোলে। আমেৰিকাৰ জনগণই দুই শতিকাজুৰি নেতৃত্বৰ আসনত সৎ আৰু দৃঢ় চৰিত্ৰৰ নিঃস্বাৰ্থ ৰাজহুৱা কৰ্মী আৰু ইমানবোৰ জ্ঞানগৰ্ভ, নিজ লক্ষ্যত গতি কৰা লোক লাভ কৰিছে। ই সঁচাকৈয়ে আচৰিত।

আমেৰিকা আৰু ইয়াৰ জনগণৰ ভবিষ্যতৰ ওপৰত মোৰ অকণো সন্দেহ নাই। মহামানৱৰ ভবিষ্যত লক্ষ্যৰ ওপৰত মোৰ বিশ্বাস স্থিৰ। এতিয়া শান্তি, মানৱ-মহত্ব আৰু ব্যক্তিগত সাফল্যৰ ক্ষেত্ৰত এটা সামূহিক হাবিয়াস জাগি উঠিছে। ইয়াৰ ফলত দেশ, জাতি আৰু ৰাজনৈতিক দৰ্শনৰ মাজত থকা কৃত্ৰিম বাধা আঁতৰি পৈছে।

কেউফালে কাঠফুলাৰ দৰে গজি উঠা দুৰন্তৰ ক'লা ডাৱৰৰ ছাঁত আমি ইতিহাসৰ এটা অতিশয় এন্ধাৰ যুগ অতিবাহিত কৰিছোঁ। এনে ধ্বংসমূলক শক্তিবোৰে মানৱসমাজ আগতে কেতিয়াও বিচলিত হোৱা নাই। এই শক্তিয়ে অগণন মানৱ হত্যা কৰিয়ে ক্ষান্ত নাথাকিলেহেঁতেন, এই গ্ৰহৰ বুকুতো মূল্যবান জীৱন ভাঙি-ছিগি বিপথগামী কৰি দিলেহেঁতেন।

কিন্তু মই অনুভৱ কৰিছোঁ বিশ্বৰ নেতৃবৃন্দৰ মাজত এটি সজাগতা আহিছে। পাৰমাণৱিক অস্ত্ৰ-প্ৰতিযোগিতাৰ বলিয়ালি বাদ দি শান্তিৰ পথ বিচাৰি লোৱাৰ কাৰণে এটা দৃঢ়তা জাগিছে। বিশেষকৈ যোৱা শতিকাত মানৱ ইতিহাসৰ সমৰ্থনযোগ্য নতুন নেতৃত্বই ইয়াত অৰিহণা যোগাইছে।

১৯৬০ চনৰ প্ৰথম বছৰত চাৰি গৰাকী মহান ব্যক্তিত্বই বিভিন্ন দেশৰ মাজত এটা মানৱীয়, স্বাস্থ্য আৰু অতিশয় মধুৰ সম্পৰ্ক স্থাপনৰ কাৰণে যুঁজি যুঁজি এই পৃথিৱীৰপৰা বিদায় হৈ গ'ল। তেওঁলোকক প্ৰকৃততে বিশ্ব-নেতা বুলিব পাৰি। কাৰণ মানুহৰ মনত তেওঁলোকে গভীৰ ৰেখাপাত কৰিব পাৰিছিল। তেওঁলোক আমাৰ শ্ৰদ্ধাৰ পাত্ৰ। তাৰে দুজনে আমেৰিকাৰ শ্ৰেষ্ঠ গুণৰাজিৰ প্ৰতিনিধিত্ব কৰিছিল আৰু আন দুজনে সোঁৱৰাই দিছিল যে সাধুতা আৰু জ্ঞানৰ জগতত আমেৰিকাৰ একক স্বত্ব নাই; এইকথাও সোঁৱৰাই দিছিল, মানৱ সভ্যতাৰ বীণাটোত আমেৰিকা এডাল তাঁৰহে।

সঁচাকৈয়ে বিগত কেইবছৰত আমি মৃত্যুৰ গহ্বৰৰপৰা উঠি আহি কিম্বা যদি

উন্নতি কৰিছে। তাৰ বাবে আমাৰ কৃতজ্ঞতা দাবী কৰিব পাৰে এই চাৰী গৰাকী মহা-ভিয়োতাই।

ডাগ হেমাৰশিল্ডে কঙ্গোৰ গৃহযুদ্ধ প্ৰতিৰোধ কৰিবলৈ গৈ যুক্তৰাষ্ট্ৰৰ নামত জীৱন উৎসৰ্গ কৰিছিল। বিশ্বত যুক্তিপূৰ্ণ শৃঙ্খলা স্থাপন, অগ্ৰসৰ দেশবোৰৰ প্ৰতি থকা দায়িত্ব আৰু নকৈ স্বাধীনতা লাভ কৰা দেশবোৰৰ শান্তি আৰু স্বাধীনতাৰ সহায়ক ডাগ হেমাৰশিল্ডক এটা প্ৰতীক বুলিব পাৰি।

এলিনৰ ৰুজভেল্টে সৰ্বমানৱৰ সৎ আশা-আকাঙ্ক্ষাক মনে-প্ৰাণে হৃদয়ত সাৱটি ৰাখিছিল। সমস্ত অভাৱগ্ৰস্ত মানুহৰ প্ৰতি আন্তৰিক সহানুভূতিৰে তেওঁৰ বাণী আৰ্দ্ৰ হৈ উঠিছিল।

ত্ৰিবিংশতিতম জন আৰ্ছিল ৰোমান কেথলিক গিৰ্জাৰ মুখ্য পুৰোহিত। গিৰ্জাৰ চুটি কালছোৱাতে "Pacem in Terris" আৰু "Mater et Magistra" নামৰ শান্তিৰ অৰ্থে দুখন ঐতিহাসিক ঘোষণাবাণী প্ৰচাৰ কৰিছিল। ইয়াৰদ্বাৰা তেওঁ সকলো নেতাকে জনাই দিছিল যে, আমি সকলো এক পৰমপিতাৰ সন্তান।

জন ফিট্‌জাৰেল্ড কেনেডী মাৰ্কিন যুক্তৰাষ্ট্ৰৰ পঞ্চত্ৰিংশতম ৰাষ্ট্ৰপতি। যেতিয়া তেওঁ তেওঁৰ দেশখনক শান্তি আৰু নিৰাপত্তাৰ দৃঢ় পথেদি আগবঢ়াই নিছিল তেতিয়াই তেওঁক নিৰ্মূল কৰা হ'ল। ১৯৬৩ চনৰ গ্ৰীষ্মকালত আমেৰিকা বিশ্ববিদ্যালয়ত দিয়া মহান বক্তৃতাৰ মাজেদি তেওঁৰ উদ্দেশ্যপূৰ্ণ আৰু সাহসী বৈদেশিক নীতিৰ অন্তিম বাণী প্ৰকাশ হৈ পৰিছে।

তেওঁলোক সকলো গ'লগৈ। কিন্তু কোনে কব যে তেওঁলোক বৃথাই জীয়াই আছিল?

আকৌ যি মহামানৱৰ সঙ্গমত তেওঁলোক লালিত পালিত হৈছিল তাৰ ভবিষ্যত সম্ভাৱনাৰ প্ৰতিয়ে বা কোনে সন্দেহ কৰিব?

